# কনফুচিয়াছ




শ্ৰীশৰৎ চন্দ্ৰ গোস্বামী, এম-এ, বি-এল

লয়াৰ্চ বুক ষ্টল
গুৱাহাটী : অসম

প্ৰকাশক
শ্ৰীবিচিত্ৰনাৰায়ণ দত্তবৰুৱা, বি-এল,
লয়াৰ্চ বুক ষ্টল,
গুৱাহাটী, অসম।

প্ৰথম প্ৰকাশ:
১৯৫৬, চেপ্টেম্বৰ



মূল্য: ২৷০

মুদ্ৰাকৰ
শ্ৰীকালীচৰণ পাল
নৱজীৱন প্ৰেছ
৬৬ গ্ৰে ষ্ট্ৰীট, কলিকতা-৬

# ভূমিকা

বিশ্ববিখ্যাত দাৰ্শনিক কেইজনমানৰ জীৱনী আলোচনা কৰিবলৈ বহুত দিনৰে পৰা এটি হেঁপাহ আছিল। এই উদ্দেশ্যেই গ্ৰীক দাৰ্শনিকসকলৰ শ্ৰেষ্ঠ তিনিজনা—চক্ৰেটিচ, প্লেটো আৰু এৰিষ্টটল সম্বন্ধে প্ৰবন্ধ কেইটামান কিতাপ আকাৰে প্ৰকাশ কৰিছিলো। চীনৰ প্ৰসিদ্ধ দাৰ্শনিক, সংস্কাৰক আৰু শিক্ষক কনফুচিয়াছ সম্পৰ্কে লিখা প্ৰবন্ধকেইটা মোৰ দ্বিতীয় চেষ্টা।

কিতাপখন যুগুত কৰোতে গুৱাহাটী বিশ্ববিদ্যালয়ৰ অধ্যাপক ডক্টৰ প্ৰফুল্লদত্ত গোস্বামী আৰু সন্দিকৈ কলেজৰ অধ্যাপক শ্ৰীতিলকচন্দ্ৰ বৰগোহাঁইৰ পৰা যথেষ্ট সহায় পাইছোঁ। তেখেতসকলক মোৰ কৃতজ্ঞতা জনালো। কনফুচিয়াছৰ ছবিটো শ্ৰীমান নগেন্দ্ৰ বুজৰবৰুৱাই আঁকি দিয়া বাবে শলাগ লৈছো।

চেপ্টেম্বৰ ১৯৫৬,
সন্দিকৈ কলেজ

শ্ৰীশৰৎ চন্দ্ৰ গোস্বামী

# সূচী

বিষয় | পৃষ্ঠা







# চীনৰ সাংস্কৃতিক আৰু ঐতিহাসিক পটভূমি

## ( ১ )

## ভৌগোলিক পৰিবেশ

বিশ্বৰ দৃষ্টি আজি ক্ৰমশঃ বেছি পৰিমানে চীনৰ প্ৰতি আকৃষ্ট হৈছে। পৃথিবীৰ জনসংখ্যাৰ এক-পঞ্চমাংশ লোকে চীনত বাস কৰে। চীনদেশ আজি এটা বিৰাট পৰিবৰ্ত্তনৰ ক্ষুৰাৰ-দলিত। চীনৰ জাগৰণ আৰু শক্তিয়ে গোটেই বিশ্বৰ পৰিস্থিতিতে প্ৰভাৱ বিস্তাৰ কৰিব লাগিছে। পৃথিবীৰ জাতি-সমূহৰ ভিতৰত চীনে আৰু ভাৰতে সুদূৰ অতীতৰ পৰা নিৰবচ্ছিন্ন ভাবে ঐতিহ্য ৰক্ষা কৰি আহিছে। চীনৰ সংস্কৃতি অকল চীনৰ ৫০ কোটি মানুহৰ বাসভূমিতে আবদ্ধ হৈ থকা নাই। ই জাপান, মঙ্গোলিয়া, মাঞ্চুৰিয়া, তিব্বত আদিলৈকো বিস্তীৰ্ণ হৈছে।

ভৌগোলিক অবস্থিতি আৰু প্ৰাকৃতিক সম্পদ-ৰাজিয়ে চীনক এটা মহাজাতি গঠনত আৰু এটা মহান সভ্যতাৰ বিস্তাৰত সহায় কৰিছে। চীনৰ ভূভাগৰ শতকৰা দহ অংশহে প্ৰকৃত সমতল আৰু এই সমতল ভূভাগ নদীবিলাকৰ উপত্যকাত অবস্থিত। এইখিনি মাটি অতি সাৰুৱা। চীনদেশ অসংখ্য নদীনলাৰে ধৌত আৰু এই নদীবিলাকে পানী যোগানৰ

ব্যৱস্থাৰ উপৰিও যাতায়াতৰ পথ আৰু সংযোগ ব্যৱস্থাতো সহায় কৰিছে। ৰেলগাড়ী প্ৰচলন হোৱাৰ পিচতো চীনদেশত নদীৰ জৰিয়তে চলি থকা পৰিবহন ব্যৱস্থা অটুট আছে। সহজ সংযোগ আৰু যাতায়াতৰ সুচল থকাৰ এটা প্ৰধান কাৰণ হৈছে চীনদেশৰ মূল ভূভাগত অলঙ্ঘ্য পৰ্ব্বতমালাৰ বাধা নাই। বৰ্ত্তমান চীনদেশত ২৮ খন প্ৰদেশ। তাৰ ভিতৰত ১৮ খন মূল চীনদেশত আৰু বাকী ১০ খন পিচত লগ লগোৱা হৈছে। ভৌগোলিক অৱস্থিতিয়ে চীনদেশক এটা সংগঠিত জাতিৰ আবাসভূমি হবলৈ বাধ্য কৰিছে। দক্ষিণ আৰু পশ্চিম অঞ্চল দুটা পৰ্ব্বত পাহাৰে পৃথক কৰি ৰখাৰ কাৰণে এই অঞ্চল দুটাৰ লগত মধ্যচীনৰ সংহতি নাছিল আৰু ৰাজনৈতিক সংঘৰ্ষৰ উপৰিও ভাষাগত আৰু জাতিগত বৈষম্যও কিছু পৰিমাণে পৰিলক্ষিত হৈছিল। এতিয়াও দক্ষিণ আৰু পূব-দক্ষিণ অঞ্চলৰ ভাষা মধ্যচীনৰ ভাষাতকৈ অলপ পৃথক। এই অঞ্চল দুটাত উত্তৰ চীনৰ বিৰুদ্ধে বিপ্লৱ, সংঘৰ্ষ আৰু বিদ্ৰোহ অনেকবাৰ হৈছিল।

চীন খনিজ সম্পদতো পিছ পৰা নহয়। বহুমূলীয়া ধাতু অৱশ্যে বেচি পোৱা নাযায় কিন্তু উদ্যোগৰ আৱশ্যকীয় খনিজ বস্তু, যেনে লো, কয়লা, টিন আদি যথেষ্ট পৰিমাণে পোৱা যায়। মূল চীনৰ ১৮ খন প্ৰদেশৰ প্ৰায় প্ৰত্যেক খনতে লো আৰু কয়লা যথেষ্ট আছে আৰু বৰ্ত্তমান যুগৰ বৃহৎ উদ্যোগৰ অত্যাৱশ্যকীয় এই সামগ্ৰী দুটাই জাতীয় সম্পদ বৃদ্ধিৰ বাবে

উদ্যোগীকৰণত চীনক যথেষ্ট-সহায় কৰিছে আৰু সকাহ দিছে। কেচামাল আৰু খাদ্যসামগ্ৰীও চীনত যথেষ্ট উৎপন্ন হয় আৰু সেয়েহে পৃথিৱীৰ তথাকথিত সভ্যজাতিসকলৰ লোলুপ দৃষ্টিত পৰি প্ৰচুৰ প্ৰাকৃতিক সম্পদৰাজিৰ মাজতো সিদিনালৈকে চীন-দেশ শ্ৰীহীন অৱস্থাত পৰি থাকিব লগা হৈছিল। বৰ্ত্তমান জাগৰণ-মুখৰ চীনে আত্ম-সচেতন হৈ দেশৰ শ্ৰীবৃদ্ধিৰ কাৰণে জনশক্তি আৰু মেধা উৎপাদনৰ কামত আত্ম নিয়োগ কৰিছে। লোকচীন চৰকাৰে চীন মহাদেশৰ ৰূপ ইতিমধ্যেই বদলি কৰি পেলাবলৈ সক্ষম হৈছে। প্ৰকৃতি-প্ৰদত্ত সম্পদৰাজি জনগণৰ মঙ্গলত নিয়োজিত কৰিবলৈ প্ৰচেষ্টা চলিছে।

প্ৰকৃতিৰ এনে উদাৰ দানৰ পৰিবেশত প্ৰকৃত চীন এটা কৰ্ম্মঠ জাতিৰ বাসস্থান হৈছিল আৰু চীনাসকল জাগতিক দৃষ্টি-সম্পন্ন আছিল। চীনাসকল মুখ্যতঃ কামৰ লোক। তেওঁ-লোকৰ ভিতৰত ভাল শাসক, বণিক, ৰাষ্ট্ৰে, খেতিয়ক আদি যথেষ্ট আছিল। তেওঁলোকৰ মেধা, সংস্কৃতি, ধৰ্ম্ম সকলোতে ব্যৱহাৰিক দৃষ্টিভঙ্গী নিহিত আছে। চীনৰ প্ৰাকৃতিক সীমা বা আবেষ্টনী আৰু ভৌগোলিক অৱস্থিতি তাৰ অধিবাসী সকলৰ জাতীয় চৰিত্ৰ গঠনত আৰু ব্যৱহাৰ-ধৰ্ম্মী হোৱাত প্ৰভাৱ বিস্তাৰ কৰিছে। পূবে অৱস্থিত প্ৰশান্ত মহাসাগৰে অতীত কালত চীনক বেহা-বেপাৰৰ প্ৰেৰণা যোগাওঁক চাৰি বাধাৰহে সৃষ্টি কৰিছিল। প্ৰশান্ত মহাসাগৰৰ দাঁতি কাষৰীয়া জাতিবোৰৰ মাজত বেহা-বেপাৰৰ বৰ প্ৰচলন আছিল। আনকি অতীতত

জাপানবো বেপাৰৰ সামগ্ৰী বিশেষ নাছিল। দক্ষিণ আৰু পশ্চিম প্ৰান্তত থকা ভাৰতবৰ্ষৰ লগত সাময়িক অহাযোৱা থাকিলেও ৰীতিমত বেহা-বেপাৰৰ সুচল নাছিল। চীনদেশৰ ইতিহাসৰ আৰম্ভণিৰ বহুকাল পিচতহে দক্ষিণ অঞ্চলৰ ভাবধাৰা আৰু সংস্কৃতি চীনাসকলৰ মাজত বিৰিঙিবৰ সুবিধা পাইছিল। আজিৰ যুগত অৱশ্যে প্ৰশান্ত মহাসাগৰে নতুন নতুন বাণিজ্য-পথ মোকলাই দিছে আৰু চীনদেশেও অতীতৰ দৰে মাটিতে খামুচি নাথাকি বাণিজ্য প্ৰসাৰৰ সুযোগ লৈছে আৰু দেশৰ মাটিতে নানা উদ্যোগ আৰম্ভ কৰিবলৈ সক্ষম হৈছে। কিন্তু এই শতাব্দীৰ আৰম্ভণৰ আগলৈকে চীনে মহাসাগৰৰ বাধা অতিক্ৰম কৰি বাণিজ্যত আগবাঢ়িব পৰা নাছিল, বৰং সমুদ্ৰপথে চীন-দেশলৈ নতুন সভ্যতা আৰু আক্ৰমণকাৰী শোষকদলহে আমদানী কৰিছিল।

পশ্চিম, উত্তৰ-পশ্চিম আৰু দক্ষিণ-পশ্চিম প্ৰান্তত থকা অতি উচ্চ পৰ্ব্বতমালাই চীনদেশক পৃথিবীৰ বাকী অঞ্চলৰ পৰা বিচ্ছিন্ন কৰি ৰাখিছিল। কিন্তু এই সীমান্তবৰ্ত্তী অঞ্চলৰ মাল-ভূমিত থকা অঘৰী জনজাতিৰ হেচা চীনৰ সাকৰা উপত্যকাত প্ৰৱলভাবে পৰিছিল আৰু ইয়াৰ প্ৰভাৱ চীনৰ ইতিহাসতো যথেষ্ট পৰিছিল। এনে ভৌগোলিক পৰিস্থিতিত অৱস্থিত চীন প্ৰায় অকলশৰীয়া আছিল। পিচত লাহে লাহে পশ্চিম, উত্তৰ-পশ্চিম আৰু দক্ষিণ-পশ্চিম অঞ্চলৰ পৰা স্থলপথ ওলাল আৰু এই পথেদি তুৰ্কীস্থান, পাৰস্য, মধ্য-এছিয়া আনকি ভূমধ্যসাগৰৰ

পাৰলৈকে যাতায়াতৰ সংযোগ স্থাপিত হ'ল। এই পথেদি চীনত ভাৰতবৰ্ষৰ পৰা বৌদ্ধধৰ্ম্ম সোমাল। এই পথেদি ইউৰোপৰ ভ্ৰমণকাৰীৰ দল, ভেনিচৰ মাৰ্কপলো আৰু এই পথেদিয়েই ত্ৰয়োদশ আৰু চতুৰ্দ্দশ শতাব্দীত কেথলিক খৃষ্টিয়ান পাদুৰীসকল চীনদেশ পাইছিলগৈ। গ্ৰীক, নেষ্টৰিয়ান, খৃষ্টিয়ান আদি কৰি পশ্চিমীয়া সভ্যতাৰ প্ৰভাৱ এই পথেদি চীনদেশত সোমাইছিল। এই পথেদি যদিও পশ্চিমীয়া প্ৰভাৱ সোমাবলৈ আৰম্ভ কৰিছিল, সি অতি সামান্য আছিল। চীনৰ লোক আৰু প্ৰাকৃতিক আৱেষ্টনীয়ে এই পশ্চিমীয়া সোঁতৰ অবাধ গতিৰ বিৰুদ্ধে বাধা দিয়াত সহযোগ কৰিছিল। মধ্য এছিয়াৰ যুদ্ধাৰু অঘৰীবোৰৰ প্ৰাদুৰ্ভাবৰ বাবে বণিক আৰু ভ্ৰমণকাৰী সকলৰ কাৰণে এই পথ ভয়ানক বিপদসঙ্কুল আৰু একপ্ৰকাৰ অসম্ভবেই আছিল। মাজে সময়ে চীনৰ দুই এজন ৰজাই এই দুৰ্দ্দান্ত জন-জাতি সকলক বশ্যতালৈ আনিছিল আৰু তেতিয়া সাময়িক ভাবে বেপাৰ বাণিজ্য চলিছিল। তথাপিও এই পথ কেতিয়াও নিৰাপদ নাছিল। মৰুপ্ৰদেশ আৰু পৰ্ব্বত পাহাৰ ভাঙি অতিক্ৰম কৰিব লগা হোৱাত এই সুদীৰ্ঘ পথ জনপ্ৰিয় নাছিল।

জলপথেদিও পশ্চিমৰ লগত চীনৰ বিশেষ সংযোগ নাছিল। অতীতত চীনদেশে বাহিৰৰ পৰা খুব কম বস্তুহে পাইছিল। মধ্য-এছিয়া আৰু টাইগ্ৰীছ, ইউফ্ৰেটিছ উপত্যকাৰ লগত অলপ অচৰপ ভাবৰ আদান প্ৰদান হৈছিল আৰু আলেকজেণ্ডাৰৰ

সাম্রাজ্য বিস্তাৰ কালত গ্ৰীচৰ প্ৰভাৱো চীনদেশত অলপ অচৰপ পৰিছিল। আৰব সকলেও কেণ্টন আৰু দক্ষিণৰ বন্দৰ-বিলাকলৈ বেহা-বেপাৰৰ সামগ্ৰী অনা-নিয়া কৰিছিল, কিন্তু চীনৰ সাংস্কৃতিক জীৱনত তেওঁলোকে কোনো প্ৰভাৱ বিস্তাৰ কৰিব পৰা নাছিল।

বৌদ্ধধৰ্ম্মৰ জৰিয়তে ভাৰতবৰ্ষৰ পৰা ধৰ্ম্ম, কলা, দৰ্শন চীন-দেশত প্ৰৱেশ কৰে আৰু বৌদ্ধধৰ্ম্মৰ বাহিৰে আন কোনো বিদেশী প্ৰভাৱে চীনৰ জাতীয় জীৱনত স্থায়ী সাঁচ বহুৱাব পৰা নাই। পৃথিবীৰ বিভিন্ন জাতিৰ সভ্যতাৰ ক্ৰমবিকাশত আন আন দেশৰ বা সভ্যতাৰ সংমিশ্ৰণ বা সমন্বয় হৈছে। আনকি ভাৰতবৰ্ষৰ সভ্যতা আৰু সংস্কৃতিতো আন আন সভ্যতাৰ প্ৰভাৱ আৰু অৱদান যথেষ্ট আছে। কিন্তু চীনদেশৰ সভ্যতা আৰু সংস্কৃতিত একমাত্ৰ বৌদ্ধধৰ্ম্মৰ বাহিৰে আন কোনো বিশেষ বাহিৰা প্ৰভাৱ পৰা নাই। ই একপ্ৰকাৰ কাৰো সহায় নোলোৱাকৈ বা কাৰো প্ৰভাৱত নপৰাকৈ এটা মহান জাতিৰ স্বতঃবিকশিত সভ্যতা। চীনাসভ্যতা এটা মহান জাতিৰ চিন্তা আৰু কৰ্ম্মশক্তিৰ উদ্ভাৱন। চীনৰ জাতীয় জীৱনৰ সংস্কৃতি আৰু ভাবধাৰাত বিদেশী প্ৰভাৱ বেচি নপৰাৰ কাৰণে ই বেচি ৰক্ষণশীল হৈ পৰিছিল আৰু এই কাৰণেই প্ৰাচীন চীনত পৰিবৰ্ত্তনৰ গতি আছিল বৰ মন্থৰ।

জগতৰ অন্যান্য সভ্যতাৰ ধাৰাৰ লগত ঘনিষ্ঠ সম্পৰ্ক নথকা বাবে চীনাসকলে গৌৰৱ অনুভৱ কৰে। চীনৰ উপকণ্ঠত থকা

অঞ্চলবোৰে মধ্যচীনৰ সভ্যতা আৰু সংস্কৃতি গ্ৰহণ কৰিছে। জাপান, কোৰিয়া আদি দেশবোৰেও চীনৰ ধৰ্ম্ম, কলা, সাহিত্য আৰু শাসন-পদ্ধতি গ্ৰহণ কৰিছিল। চীনদেশৰ লোকসকলে, বিশেষকৈ শিক্ষিতসকলে, নিজৰ বৈশিষ্ট্যপূৰ্ণ প্ৰাচীন সভ্যতাৰ কাৰণে গৌৰব অনুভৱ কৰি বিদেশীসকলক অলপ হেয় চকুৰে চাইছিল। বহুদিনলৈকে চীনাসকলে বাহিৰৰ পৰা আমদানী হোৱা আচাৰ, ব্যৱহাৰ, শিক্ষা আদি গ্ৰহণ কৰা নাছিল। জাপানীসকলে সহজে পশ্চিমীয়া শিক্ষা-দীক্ষা গ্ৰহণ কৰি নিজকে খাপ খুৱাই লব পাৰিছিল কিন্তু চীনাসকলে অতীতৰ গৌৰৱময় সভ্যতাৰ লগত খাপ নোখোৱা পশ্চিমীয়া সভ্যতা গ্ৰহণ কৰিবলৈ টান পাইছিল আৰু সৰ্ব্বসাধাৰণে এই অচিনাকী সভ্যতাক ঘিণহে কৰিছিল। সেইকাৰণে বহুত দিনলৈকে চীনাসকলে পশ্চিমীয়া শিক্ষা, আচাৰ, ব্যৱহাৰ গ্ৰহণ কৰা নাছিল আৰু এই কাৰণেই বৰ্ত্তমান যুগৰ যান্ত্ৰিক সভ্যতাৰ উন্নতিৰ মাপকাঠিত চীন পিছ পৰি থাকিছিল। জাপানীসকলে পশ্চিমীয়া সভ্যতা গ্ৰহণ কৰাত টান নাপাইছিল কাৰণ তেওঁলোকে আগেও চীনা সভ্যতা সংস্কৃতিহে গ্ৰহণ কৰিছিল। নিজৰ স্বকীয়া বৈশিষ্ট্য আৰু গৌৰৱ নথকাত জাপানে অতি সোনকালে নতুন জাগৰণত গা ঢালি দিব পাৰিছিল, কিন্তু চীনে গৌৰৱময় ঐতিহ্যৰ খোপনি সহজে এৰিব নোৱাৰাত নৱজাগৰণৰ ধাৰাই অতি মন্থৰ গতিতহে জনসাধাৰণক আকৃষ্ট কৰিব পাৰিছিল।

( ২ )

## সাংস্কৃতিক বৈশিষ্ট্য

চীনৰ বৰ্ত্তমান জাগৰণ আৰু ক্ৰমোন্নতি অতীত চীনৰ পটভূমিত হে ভালকৈ উপলব্ধি কৰিব পাৰি। নতুন চীন পুৰণি চীনৰ বুকুতহে বিকশিত হৈছে আৰু ইয়াৰ পৰিবৰ্ত্তন চকুত লগা হলেও পুৰণি অৱস্থাৰ পৰা সম্পূৰ্ণ পৃথক নহয়। চীনৰ সভ্যতা আৰু জীৱনৰ গতি আজিৰ যুগে নিয়ন্ত্ৰণ কৰা নাই। ই অতীতৰ লগত নিৰবচ্ছিন্নভাৱে মেৰ খাই আছে আৰু নতুন পৰিস্থিতিত নতুন বেশত ৰূপায়িত হৈছে।

চীনা সংস্কৃতিৰ প্ৰধান লক্ষণ জাগতিক দৃষ্টিভঙ্গীৰ প্ৰাধান্য বুলিয়েই কব পাৰি। ব্যৱহাৰিক জগতৰ প্ৰতি অধিক গুৰুত্ব চীনা চিন্তাধাৰাৰ এটা বিশেষ লক্ষণ। পাৰলৌকিক চিন্তাত প্ৰাধান্য দি ইহজগতৰ অলীকতা প্ৰতিপাদনত চীনাসকলৰ ঐতিহ্যই আগ্ৰহৰ আতিশয্য নেদেখুৱায়। ইহজীৱনত কেনেকৈ প্ৰকৃত সুখ শান্তি পাব পাৰি, জীৱন কেনেকৈ সম্পূৰ্ণাঙ্গ কৰিব পাৰি, তাৰ আদৰ্শ আৰু উপায় উদ্ভাৱনতহে চীনা চিন্তাধাৰাই অধিক গুৰুত্ব আৰোপ কৰিছিল। আধ্যাত্মিক চিন্তা বা শিক্ষা এই জাগতিক দৃষ্টিভঙ্গীৰ পৰিবেশক হিচাপেহে লোৱা হৈছিল। অৱশ্যে দৰ্শনৰ ক্ষেত্ৰত লাওংছে আৰু তেওঁৰ শিষ্যসকলে অতীন্দ্ৰিয়বাদ, অধ্যাত্মবাদ আদি প্ৰচলন কৰিছিল। কিন্তু ইয়াৰ প্ৰভাৱ শিক্ষিতসকলৰ মাজতহে আৱদ্ধ আছিল।

জনসাধাৰণৰ মাজত নৈতিক শিক্ষা আৰু ব্যৱহাৰিক শিক্ষাইহে বেচি সমাদৰ পাইছিল।

জনগণৰ সমৃদ্ধি বৃদ্ধি কৰি জীৱনৰ সুখ স্বাচ্ছন্দ্যত সহায় কৰাটোৱেই আছিল চীনৰ ৰাজনৈতিক অনুষ্ঠানসমূহৰ মুখ্য উদ্দেশ্য। জাতিৰ সম্পদ-সমৃদ্ধি বৃদ্ধি কৰাৰ ওপৰতেই প্ৰশাসনৰ কৃতকাৰ্য্যতা নিৰ্ভৰ কৰিছিল। দেশৰ শ্ৰীবৃদ্ধিৰ পৰিমাণেই সুশাসনৰ মাপকাঠি আছিল। দেশৰ অৱস্থা বেয়া হলেই শাসকে জনগণৰ আস্থা হেৰুৱাইছিল আৰু অশান্তিৰ কাৰণে ৰাজ্যত বিপ্লৱ আদিৰ সূচনা হৈছিল। ৰজা বা শাসকক ঈশ্বৰৰ প্ৰতিনিধি বুলি চীনাসকলে মানিছিল আৰু দেশত কুশাসন জনিত অশান্তি বা দুৰ্য্যোগ উপস্থিত হলে সেই ৰজাই ঈশ্বৰৰ আদেশ অৱমাননা কৰা বুলি ধৰিছিল আৰু তেনে ৰজা বা শাসকক পদচ্যুত কৰা কৰ্ত্তব্য বুলি বিবেচনা কৰিছিল।

চীনাসকলৰ ধৰ্ম্ম বাস্তৱ-অভিমুখী। নৈতিকতাৰ পিনৰ পৰাও ঈশ্বৰৰ প্ৰতি কৰ্ত্তব্যতকৈ মানুহৰ প্ৰতি কৰ্ত্তব্যপালনতহে অধিক গুৰুত্ব দিয়া হৈছিল। ধৰ্ম্মানুষ্ঠানবিলাকৰো অন্তৰালত চীনাসকলৰ ব্যৱহাৰিক মনোবৃত্তি প্ৰকট আছিল। ইহজীৱনৰ সাফল্য, স্বাস্থ্য, সন্তান আদিৰ কামনা কৰিহে ধৰ্ম্মকৃত্য কৰিছিল। ভগৱৎ-প্ৰেমত মজি পাৰলৌকিক মোক্ষ কামনাত আত্মনিবেদন-মূলক ধৰ্ম্মানুষ্ঠানৰ বৰ সমাদৰ নাছিল। চীনাসকলৰ মতে এই জগত আৰু জীৱন মায়াময় বা অলীক নহয়; সত্য আৰু বাস্তৱ জীৱনৰ সুখ-সম্পদৰ বাবেহে ধৰ্ম্মৰ প্ৰয়োজন।

চীনাসকলে ব্যক্তিতকৈ সমাজক বেচি প্ৰাধান্য দিয়ে। পাৰিবাৰিক জীৱনতো ব্যক্তিগত পৰিয়াল জনতকৈ সামুহিক ঘৰখনৰহে গুৰুত্ব বেচি। গোটেই পৰিয়ালটোৰ মঙ্গল বা সুখৰ কাৰণে ব্যক্তিগত সুখ বা স্বাৰ্থক বিসৰ্জ্জন দিয়াই আছিল চীনৰ গৃহস্থিৰ আদৰ্শ। ৰাষ্ট্ৰ পৰিয়ালৰ বৃহৎ সংস্কৰণ হিচাবে লোৱা হৈছিল। ব্যক্তিবিশেষৰ ইচ্ছাতকৈ সামুহিক ইচ্ছাৰহে প্ৰাধান্য বেচি আছিল। শিক্ষা, সংস্কৃতি সকলোৰে মূলত সমাজ কল্যাণ আৰু সমাজ-সেৱাই আদৰ্শ আছিল। সমাজৰ শৃংখলা ৰক্ষণ আৰু শ্ৰীবৃদ্ধি আনয়নত ন্যায়পৰায়ণতা একান্ত প্ৰয়োজনীয় আৰু এই উদ্দেশ্য সাধনৰ সহায়ক হিচাবেহে নৈতিক শিক্ষাৰ সমাদৰ আৰু প্ৰয়োজন আছিল।

ব্যৱহাৰিক জীৱনৰ প্ৰয়োজনীয় সামগ্ৰীবিলাকলৈ দৃষ্টি ৰাখিলেও চীনাসকল সুক্ষ্ম অনুভূতিৰ উৎকৰ্ষণতো পিচ পৰা নাছিল। সাহিত্য, কবিতা, সুকুমাৰ কলা, সঙ্গীত আদি বিষয়তো তেওঁলোকে প্ৰাচীন কালতে যথেষ্ট আগ বাঢ়িছিল। কোনো কোনো ক্ষেত্ৰত অতীন্দ্ৰিয় অনুভূতিৰো যথেষ্ট বিকাশ পাইছিল। কিন্তু ভাৰতবৰ্ষ, গ্ৰীচ, ঈজিপ্ত আদি দেশৰ দৰে চীন। সভ্যতা আৰু সংস্কৃতিত প্ৰগাঢ় ধৰ্ম্মভাৱৰ প্ৰশান্ত প্ৰভাৱ পৰিলক্ষিত নহয়। পাৰলৌকিক সদগতিতকৈ ইহজগতত সুখ শান্তিৰে থাকিবলৈহে তেওঁলোকে বেচি চিন্তা কৰিছিল। এই উদ্দেশ্যেৰেই বাণিজ্য, ব্যবসায়, সামাজিক অনুস্থান, শাসন-প্ৰণালী আদিত বেচি মনোনিবেশ কৰিছিল।

চীনৰ প্ৰাচীন সভ্যতাৰ আন এটা মন কৰিবলগীয়া কথা হৈছে যে কোনো যুগতে চীনা সভ্যতা-সংস্কৃতি ধ্বংসমুখী হোৱা নাই। মাজে সময়ে সাময়িক বিপৰ্য্যয়ত পৰিলেও পুনৰ গা টঙ্গাই ই ক্ৰমশঃ আগবাঢ়ি গৈ আছে আৰু ইয়াৰ স্মৃতি নিৰবচ্ছিন্ন প্ৰবাহত চলি আছে। পৃথিৱীৰ বুকুত কেইবাটাও প্ৰাচীন সভ্যতাই জাকত জিলিকা হৈ ওলাইছিল কিন্তু সেই গৌৰৱময় প্ৰাচীন সভ্যতা আজি ভূগৰ্ভত বিলীন হৈ গৈছে। সেই সভ্যতাৰ অৱদান, অস্তিত্ব আৰু প্ৰামাণ্যতা মাটি খান্দি গবেষণা কৰিহে নিৰ্ণয় কৰিব লগা হৈছে। কিন্তু চীনৰ সভ্যতাৰ প্ৰবাহ কোনো দিনেই বন্ধ হোৱা নাই আৰু ই উদ্দীপ্ত জীৱন্ত শক্তি হিচাবেই চীনৰ জনসাধাৰণক প্ৰেৰণা যোগাই আহিছে। জাতীয় জীৱনৰ বহুমুখী সৃষ্টি-শক্তি নতুন নতুন ক্ষেত্ৰত প্ৰসাৰিত হৈছে যদিও, কোনো যুগতে চীনে পুৰণি আচাৰ-ব্যৱহাৰ ৰীতি-নীতি হঠাতে ত্যাগ কৰি আকৰ্ষণীয় হলেও নতুনক আঁকোৱালি লোৱা নাই। এনে ৰক্ষণশীল মনোবৃত্তিৰ কাৰণেই চীনৰ সাংস্কৃতিক পৰিবৰ্ত্তনৰ গতি অতি মন্থৰ আছিল।

ব্যৱহাৰিক জীৱনৰ ওপৰত অধিক গুৰুত্ব আৰোপ কৰাৰ কাৰণে চীনাসকলে অৰ্থনৈতিক ব্যৱস্থাত মন দিছিল। কৃষিয়েই আছিল তেওঁলোকৰ অৰ্থনৈতিক জীৱনৰ মেৰুদণ্ড। চীনৰ সভ্যতাই মূলতঃ কৃষি-সভ্যতা। কৃষিত তেওঁলোকে বেচ দক্ষতা অৰ্জ্জন কৰিছিল। মাটিৰ উৰ্ব্বৰতা সংৰক্ষণ ব্যৱস্থাত বৰ্ত্তমান নিয়োজিত পশ্চিমীয়া বিজ্ঞান-সম্মত পদ্ধতিকো তেওঁ-

লোকে চেব পেলাইছিল। মানুহৰ মলমূত্ৰ পেলনীয়া আৰু ঘৃণিত বস্তু বুলি নাভাবি তেওঁলোকে তাক খেতিকৰা মাটিৰ সাৰ যোগানত ব্যৱহাৰ কৰিছিল। উদ্ভিদৰ প্ৰয়োজনীয় সাৰ এই মলমূত্ৰত খুব বেচি পৰিমাণে থাকে আৰু এই সত্য চীনা-সকলে অতি প্ৰাচীনকালতেই উপলব্ধি কৰি এই পেলনীয়া বিষ্ঠাকো উৎপাদনৰ কামত খটাইছিল। একেডৰা মাটিতে তেওঁলোকে কেইবাটাও শস্য উৎপাদন কৰিছিল আৰু যাতে এনে ওপৰা-উপৰিকৈ খেতি কৰা বাবে মাটিৰ উৎপাদিকা আৰু উৰ্ব্বৰা শক্তি কমি নাযায় তাৰ বাবে শস্য বাছি খেতি কৰিছিল। মুঠতে চীনাসকলে সেই যুগতেই কৃষি বিষয়ত বৰ্ত্তমানৰ বিজ্ঞান-সম্মত প্ৰণালী কামত খটুৱাইছিল।

প্ৰশাসন ক্ষেত্ৰতো অতি প্ৰাচীনকালৰ পৰাই চীন প্ৰসিদ্ধ। চীনৰ ইতিহাসত কেইবা শতাব্দী ধৰি প্ৰচলিত বিভিন্ন প্ৰশাসনীয় অনুষ্ঠানৰ বিশদ বিৱৰণ পোৱা যায়। পৃথিবীৰ বোধহয় আন কোনো জাতিৰে এনে নিৰৱচ্ছিন্ন প্ৰশাসনৰ ইতিহাস পোৱা নাযায়। কোন শাসকৰ ৰাজত্বত কেনে ধৰণৰ শাসন চলিছিল, কি কি নতুন সংস্কাৰ প্ৰবৰ্ত্তিত হৈছিল, সেইবিলাকৰ ফলাফল বা পৰিণাম কেনে হৈছিল ইত্যাদি বিৱৰণ চীনৰ ইতিহাসত পোৱা যায়। শাসক প্ৰজাৰ বাবেহে কিন্তু প্ৰজা শাসকৰ বাবে নহয়—এয়ে আছিল চীনৰ শাসন পদ্ধতিৰ মূল নীতি। জনগণৰ সেৱা আৰু সমৃদ্ধি বৃদ্ধি কৰাই চীনৰ ৰাজনৈতিক জীৱনৰ আদৰ্শ আছিল। সমগ্ৰ জাতিৰ

কল্যাণেই শাসকৰ ব্ৰত। দেশৰক্ষা আৰু আভ্যন্তৰীণ শান্তি-ৰক্ষাৰ বাবেহে অকল সৈন্য ব্যৱহাৰ কৰা হৈছিল। চীনত সৈনিকৰ বৰ সমাদৰ নাছিল। সামাজিক ক্ষেত্ৰত পুৰণি চীনত সৈনিকৰ মৰ্য্যাদা নিম্নতম পৰ্য্যায়ৰহে আছিল। চীনৰ ইতি-হাসত অৱশ্যে সৈনিকৰ অৱিহণা কম নহয়, আনকি অনেক ৰাজ্যত কোনো বংশৰ লোকৰ শাসন প্ৰতিষ্ঠা কৰোঁতে সুদক্ষ সেনানায়কৰ কাৰণেই তেওঁলোকে সেই সুচল পাইছিল। তথাপি জাপান বা পশ্চিমীয়া দেশবোৰত মানুহে সৈনিক হিচাবে যি সম্মান বা সমাদৰ পায় চীনত পুৰণিকালত সৈনিকে সমাজত সেই সম্মান নাপাইছিল। সৈনিক সকলক প্ৰাণ আৰু ধন সংহাৰী বুলি হেয় চকুৰেহে চাইছিল। সামাজিক মৰ্য্যাদা বা প্ৰতিষ্ঠাৰ ক্ৰম আছিল পণ্ডিত, কৃষক, বণিক, ৰাজবিষয়া, আৰু শেহতহে আছিল সৈনিক। চীনৰ সমাজ ব্যৱস্থাত সৈনিকতকৈ কৃষকৰহে বেচি সমাদৰ আছিল।

চীনসাম্ৰাজ্যৰ প্ৰাচীন শাসনতন্ত্ৰৰ কেন্দ্ৰস্থানত আছিল সম্ৰাট। সম্ৰাটক "স্বৰ্গৰ পুত্ৰ" * বুলি অভিহিত কৰিছিল। স্বৰ্গৰ পুত্ৰ আখ্যাই ৰজাৰ দৈবিক অধিকাৰ ( ডিভাইন ৰাইট্ অফ কিংচ্ ) বুজোৱা নাছিল। ইয়াৰ তাৎপৰ্য্য আছিল এই যে ৰজাই স্বৰ্গৰ পুত্ৰ হিচাপে সকলো প্ৰজাকে সমভাবে চাব

* এই একে ঐতিহ্যৰ কাৰণেই আমাৰ আহোম ৰজাসকলক স্বৰ্গদেউ বোলা হৈছিল। চীনৰ শাসনব্যৱস্থাৰ লগত আহোমসকলৰ শাসন-ব্যৱস্থাৰ বহুত মিল আছিল।

লাগিব আৰু ৰাইজৰ হিতকামনাই তেওঁৰ মুখ্য উদ্দেশ্য হব লাগিব। সম্রাট প্রজাৰঞ্জক হব লাগিব। যদি সম্রাটে দেশৰ সুশাসন কৰিবলৈ অক্ষম হয়, যদি প্রজাৰ মঙ্গল চিন্তাত অৱহেলা কৰি নিজৰ ভোগবিলাসত গা ঢালি দিয়ে, তেন্তে সেই সম্রাট স্বৰ্গৰ পুত্র হৈ নাথাকে। এনে অক্ষমতা আৰু কৰ্ত্তব্যবিমুখতাৰ বাবে সম্রাট ঈশ্বৰপ্রদত্ত অধিকাৰৰ পৰা বঞ্চিত হয় আৰু প্রজাই ঈশ্বৰৰ আদেশ উলঙ্ঘন কৰা বাবে তেনে সম্রাটৰ বিৰুদ্ধে বিদ্রোহ কৰি সেই সম্রাটক পদচ্যুত কৰি সেই বংশৰে বা আন বংশৰ উপযুক্ত লোকক সম্রাট পাতিবলৈ অধিকাৰ পায়। চীনৰ ইতিহাসত এইদৰে প্রজাৰ সমৰ্থনত বেলেগ বেলেগ বংশৰ লোক ক্ষমতাত প্রতিষ্ঠিত হোৱাৰ পটন্তৰ আছে। ৰাজবংশৰ লোকে পুৰুষানুক্রমে ৰাজপাট খাই থকা প্রথা আছিল আৰু সম্রাট যে স্বৰ্গৰ পুত্র এই বিশ্বাসৰ ওপৰতেই এই ৰীতি প্রচলিত আছিল। সম্রাটৰ ক্ষমতা অসীম আছিল। সাম্রাজ্যৰ আইন, ন্যায়, প্রশাসন আদি সকলোৰে মূল উৎস আছিল সম্রাট। যেতিয়ালৈকে সম্রাটে প্রজাৰ সুখ, শান্তি, সমৃদ্ধিলৈ চকু ৰাখে তেতিয়ালৈকে তেওঁৰ ক্ষমতা আৰু প্রভাৱ অটুত থাকে।

সাম্রাজ্যৰ অধিনায়ক হলেও প্রাচীন চীনৰ শাসনতন্ত্রত সম্রাট স্বেচ্ছাচাৰী একনায়কত্ববাদী নাছিল। সম্রাটৰ তলত পাত্র-মন্ত্রী, পৰিষদ, সৈন্যবিভাগৰ বিষয়া, ন্যায়াধীশ, উন্নয়নমূলক কামৰ বিষয়া, আইন প্রণেতা আদি নানা বিভাগৰ ভাৰপ্রাপ্ত

বহুত বিষয়া আছিল আৰু তেওঁলোকৰ লগত আলোচনা আৰু পৰামৰ্শ কৰিহে ৰাজকাৰ্য্য চলাইছিল। এইবিলাক বিষয়াৰ উপৰিও ৰাজকাৰ্য্য আৰু ৰাজবিষয়াসকলৰ কাৰ্য্যকলাপ নিৰ্ভীক ভাৱে সমালোচনা কৰিবলৈ এক শ্ৰেণীৰ মৰ্য্যাদাসম্পন্ন বিষয়া নিযুক্ত হৈছিল। এই বিষয়াসকলে তুৰ্ম্মুখ, চি-আই-ডি, বা বৰ্ত্তমান গণতান্ত্ৰিক শাসনতন্ত্ৰৰ বিৰোধীদলৰ কাম কৰিছিল। কিন্তু এওঁলোক ৰাজবিষয়া আছিল। গতিকে দেখা যায় প্ৰাচীন চীনত প্ৰবৰ্ত্তিত শাসনতন্ত্ৰ অতি আধুনিক আৰু প্ৰগতি-মুলক চিন্তাধাৰাৰ সমৰ্থিত আৰু সমাদৃত শাসনপদ্ধতিতকৈ কোনো গুণে পিচপৰা নাছিল। বৰং ই বেচি কাৰ্য্যকৰী আৰু উন্নত ধৰণৰ হে আছিল। সম্ৰাটৰ কাৰ্য্যকলাপ আৰু তেওঁৰ ৰাজত্বকালত হোৱা বিশেষ বিশেষ ঘটনাবিলাক লিপিবদ্ধ কৰিবলৈ ইতিহাস লিখা ৰাজকৰ্ম্মচাৰীও নিযুক্ত হৈছিল।

সম্ৰাটৰ তলত প্ৰদেশবিলাকত একোজন ৰাজপ্ৰতিনিধি বা ভাইচৰয়ে প্ৰদেশৰ শাসনকাৰ্য্য চলাইছিল। এনে ৰাজ্যিক ৰাজপ্ৰতিনিধি বা গৱৰ্ণৰৰ তলত কোষাধ্যক্ষ, লোণ-নিয়ন্ত্ৰণ আয়ুক্ত, প্ৰাদেশিক ন্যায়াধীশ, শিক্ষাধিকাৰ, সেনাধ্যক্ষ আদি আৰু কিছুমান উচ্চ ক্ষমতাপন্ন বিভাগীয় ৰাজকৰ্ম্মচাৰী আছিল আৰু এই বিষয়াসকলৰ লগত পৰামৰ্শ কৰি গৱৰ্ণৰে প্ৰদেশৰ শাসনকাৰ্য্য চলাইছিল। এই বিষয়াসকলে ক্ষমতাৰ অপ-ব্যৱহাৰ কৰিব খুজিলে ইজনে সিজনৰ প্ৰতিবন্ধক হৈছিল আৰু ক্ষমতাৰ অপপ্ৰয়োগ বন্ধ কৰিছিল।

এই চৰকাৰী বিষয়াসকলক নিয়োগ কৰোতে আমাৰ চিভিল চাৰ্ভিচ পৰীক্ষাৰ দৰে কেইবাটাও পৰীক্ষা লৈ নিৰ্ব্বাচন কৰা হৈছিল। পৰীক্ষাৰ কৃতকাৰ্য্যতাৰ গুণানুসৰি জাতিবৰ্ণ নিৰ্ব্বিশেষে যোগ্য প্ৰাৰ্থীক বিষয়বাব দিয়া হৈছিল। চীনদেশৰ শাসনতন্ত্ৰৰ আদৰ্শ অনুযায়ী গুণী, ক্ষমতাশালী আৰু পাৰদৰ্শিতা থকা লোকসকলৰ পৰামৰ্শত সম্ৰাটে দেশৰ শাসনকাৰ্য্য চলোৱা নিয়ম আছিল। এতেকে পৰীক্ষাৰ মাজেদি যোগ্য লোকক বাছি লোৱা হৈছিল। অতি নিকৃষ্ট পৰিয়ালৰ লোকেও যোগ্যতা থাকিলে ৰাজ্যৰ অতি গুৰুত্বপূৰ্ণ বিষয়ববীয়া হব পাৰিছিল। শাসনপদ্ধতি সম্পূৰ্ণ গণতান্ত্ৰিক আছিল।

কেন্দ্ৰীয় চৰকাৰে দেশৰক্ষা, শান্তিৰক্ষা আৰু কৰ-কাটল আদায় কৰাৰ ভাৰ লৈছিল। এই কেইটাই কেন্দ্ৰীয় বিষয় আছিল আৰু বাকী বিষয়বোৰত প্ৰদেশবিলাকৰ স্বায়ত্বশাসন আছিল। আজিৰ যুগৰ আদৰ্শ ক্ষমতাৰ বিকেন্দ্ৰীকৰণ চীনত কেইবাহাজাৰ বছৰৰ আগতেই প্ৰবৰ্ত্তিত হৈছিল। প্ৰদেশ-বিলাকৰ প্ৰশাসন ক্ষেত্ৰতো গাওঁবিলাকেই আছিল একোটা গোট আৰু প্ৰত্যেকখন গাৱঁেই আভ্যন্তৰীণ বিষয়ত স্বাৱলম্বী আছিল। গাৱঁৰ শাসনকাৰ্য্য গণতান্ত্ৰিক আছিল আৰু গাওঁবুঢ়া বা মুখীয়াল লোকে এই শাসনৰ ভাৰ লৈছিল।

কেন্দ্ৰীয় চৰকাৰৰ হাতত শাসনক্ষমতা বেচি নথকাত প্ৰদেশ আৰু গাওঁবিলাক এক প্ৰকাৰ স্বাধীন হিচাবেই চলিছিল। কেন্দ্ৰীয় চৰকাৰৰ ক্ষমতা শিথিল হৈ অহাৰ লগে লগে প্ৰদেশ-

বিলাকে মূৰ ডাঙ্গি উঠিছিল,.আৰু অনেক সময়ত প্ৰদেশবিলাকৰ মাজত অবিৰাঅবি, বিদ্বেষ আৰু শেহতগৈ স্বাধীন ৰাজ্যৰ দৰে যুদ্ধ-বিগ্ৰহো হৈছিল। ক্ষমতাৰ বেচি বিকেন্দ্ৰীকৰণ হোৱাৰ কাৰণেই চীনসাম্ৰাজ্যৰ অন্তৰ্গত প্ৰদেশবিলাকে সময়ত কেন্দ্ৰীয় চৰকাৰৰ প্ৰতি থকা আনুগত্য পাহৰি গৈছিল আৰু সকলো পিনৰ পৰাই স্বাধীন ৰাজ্য হিচাবেই চলিছিল। ইয়াৰ পৰিণামস্বৰূপে চীনত প্ৰগাঢ় জাতীয়তাবাদ বা একান্ত দেশপ্ৰেম গঢ়ি উঠা নাছিল আৰু চীনাসকলক একসূত্ৰত আবদ্ধ কৰি জাতীয় প্ৰেমত উদ্বুদ্ধ কৰিব পৰা নাছিল। জাপানত থকা তীব্ৰ জাতীয়তাবাদৰ দৰে ভাবৰ চীনত অভাৱ আছিল। বোধহয় আয়তনৰ বিশালতা আৰু কেন্দ্ৰীয় চৰকাৰৰ অক্ষমতাৰ কাৰণেই প্ৰাচীন কালত সমগ্ৰ চীনদেশ একেখন দেশ আৰু সকলো চীনা একেদেশৰ নাগৰিক—এনে জাতীয়তাবোধ জাগিবলৈ সুচল নাছিল। এইকাৰণেই চীনসাম্ৰাজ্যত সকলো অঞ্চলতে একে শাসন নচলিছিল আৰু মূলত একেখন দেশ হলেও দেখাত অসংখ্য সৰু সৰু ৰাজ্যত বিভক্ত হৈ পৰিছিল। সম্ৰাটৰ দুৰ্ব্বলতাৰ সুযোগ লৈ এই ৰাজ্যবোৰে কেন্দ্ৰৰ অধীনতা দলিয়াই পেলাই স্বাধীন হৈ উঠিছিল। আকৌ সম্ৰাট পৰাক্ৰমী হলে বিদ্ৰোহী প্ৰদেশ বিলাকক কেন্দ্ৰৰ শাসনৰ তললৈ আনি পুনৰ একত্ৰীকৰণ কৰিছিল।

প্ৰাচীন চীনৰ শিক্ষাপদ্ধতিৰ মূল উদ্দেশ্য আছিল জনগণৰ সেৱাত আত্মনিয়োগ কৰিব পৰা বিষয়াশ্ৰেণী গঢ়ি তোলা।

শিক্ষাৰ উদ্দেশ্য শাসন-অনুগামী আছিল। ৰাজকৰ্ম্মচাৰী হোৱাটোৱেই শিক্ষিত লোকসকলৰ উদ্দেশ্য আছিল আৰু প্ৰতিযোগিতামূলক পৰীক্ষাৰ মাজেদি নিজৰ কৃতিত্ব দেখুৱাই নিৰ্ব্বাচনৰ যোগ্যতা অৰ্জ্জন কৰাৰ ওপৰতেই শিক্ষাৰ কৃতকাৰ্য্যতা নিৰ্ভৰ কৰিছিল। কিন্তু চীনত শিক্ষাদান ব্যৱস্থাৰ ভাৰ চৰকাৰে গ্ৰহণ নকৰিছিল। প্ৰাথমিক শিক্ষাদান আৰু নিৰ্ব্বাচনী পৰীক্ষাৰ কাৰণে যোগ্যতা অৰ্জ্জন কৰোৱাৰ ভাৰ বেচৰকাৰী অনুষ্ঠান বিলাকৰ হাততহে আছিল। চৰকাৰে পৰীক্ষা লৈছিল আৰু পৰীক্ষাৰ কৃতকাৰ্য্যতা অনুসৰি প্ৰাৰ্থীসকলক চৰকাৰী বিষয়বাব দিছিল। চৰকাৰে অৱশ্যে সাহিত্য, শব্দকোষ, বিশ্বকোষ, আদি প্ৰণয়ন আৰু সম্পাদনাত সহায় কৰিছিল আৰু উৎসাহ দিছিল কিন্তু পোনপটীয়াভাৱে শিক্ষাদান ব্যৱস্থা গ্ৰহণ কৰা নাছিল। সেই কাৰণে চাকৰী পূৰণৰ কাৰণে লোৱা পৰীক্ষাত কৃতিত্বৰে উত্তীৰ্ণ হোৱাই শিক্ষাৰ উদ্দেশ্যত পৰিণত হৈছিল। আমাৰ দেশত প্ৰচলিত টোল প্ৰথাৰ দৰে প্ৰাচীন কালত চীনতো ব্যক্তিবিশেষে ছাত্ৰক পাঠ পঢ়াইছিল আৰু পৰীক্ষাৰ বিষয়বোৰৰ অধ্যাপনা কৰিছিল। চীনদেশত অধ্যাপনা পৰীক্ষা-উদ্দেশ্যমূলক আছিল আৰু পৰীক্ষা লোৱা বিষয়বোৰ ছাত্ৰই মুখস্থ কৰিছিল। সেই কাৰণে মেধাবী ছাত্ৰবো মৌলিক আৰু স্বকীয়া চিন্তাধাৰাৰ উৎকৰ্ষ নহৈছিল। ইতিহাস, নীতিশাস্ত্ৰ আৰু শাসনপদ্ধতি পৰীক্ষাৰ বিষয় আছিল আৰু পৰীক্ষাৰ্থীসকলে পাৰেমানে এই বিষয়ৰ পুথিবোৰ মুখস্থ

কৰিছিল। অতি কমসংখ্যক লোকেহে প্ৰকৃত শিক্ষা লাভ কৰি মৌলিক চিন্তা কৰিবলৈ সমৰ্থ হৈছিল। স্ত্ৰীশিক্ষা সম্পূৰ্ণ অৱহেলিত আছিল আৰু সমাজতো তিৰোতাৰ স্থান নিম্নতম পৰ্য্যায়ত আছিল। জনসংখ্যাৰ বৃহত্তম অংশই নিৰক্ষৰ আছিল আৰু শতকৰা ৫ জন লোকেহে কথমপি আখৰ চিনিছিল। শিক্ষিত সকলৰ ভিতৰতো মৌলিক চিন্তা বা গৱেষণাৰ অভাৱ আছিল আৰু চাকৰী পূৰণৰ বাবে লোৱা পৰীক্ষাত কৃতিত্ব লাভ কৰিবলৈ কৰা যৎপৰোনাস্তি চেষ্টাত শিক্ষাৰ প্ৰকৃত আদৰ্শ ভ্ৰষ্ট হৈছিল। শিক্ষিত লোকৰ সংখ্যা কম হলেও শিক্ষাৰ বৰ সমাদৰ আছিল আৰু সমাজত পণ্ডিতসকলৰ প্ৰতিষ্ঠা আৰু সম্মান সকলোৰে ওপৰত আছিল। ৰাজকাৰ্য্য চলাবলৈ গোটেই দেশৰ পৰাই শিক্ষিত লোক সকলক বিচাৰ কৰি নিয়া হৈছিল আৰু সেই উদ্দেশ্যেই পৰীক্ষাৰ প্ৰথা প্ৰবৰ্ত্তন কৰিছিল।

আয়তনত চীন এখন অতি বৃহৎ দেশ। ভৌগোলিক অৱস্থিতি আৰু প্ৰাকৃতিক পৰিবেশে ইয়াক বিভিন্ন খণ্ডত বিভক্ত কৰিছে। বিভিন্ন অঞ্চলবোৰত বেলেগ বেলেগ আঞ্চলিক কথিত ভাষা চলিছিল। কিন্তু গোটেই চীনতে একে লিপিৰ প্ৰচলন আছিল আৰু ই গোটেই চীনকে এখন দেশ বুলি ভবাত সহায় কৰিছিল। চীনৰ বিৰাট সাহিত্যৰাজি এই লিপিতেই লিখিত।

চীনৰ সাহিত্য যথেষ্ট চহকী। নীতিশাস্ত্ৰ, দৰ্শন, ইতিহাস,

কবিতা, ধৰ্ম্মসাহিত্য, গণিত, নাটক আদি সকলো বিষয়তেই চীনা সাহিত্য প্ৰাচীন কালতে যথেষ্ট আগবঢ়া আছিল। চৰকাৰী উচ্চপদত অধিস্থিত বিষয়ববীয়াসকল শিক্ষিত লোক আছিল আৰু চীনৰ সাহিত্যত এই ৰাজবিষয়াসকলৰ বৰঙণিয়েই বেচি। ইতিহাস সাহিত্যত চীন পৃথিবীৰ ভিতৰতে শ্ৰেষ্ঠ আৰু খৃঃ পূঃ প্ৰায় আঢ়ৈহাজাৰ বছৰৰ পৰাই চীনৰ ইতিহাস পোৱা যায়। এই কালছোৱাৰ ইতিহাসত পৌৰাণিক আখ্যান, জনশ্ৰুতি আদি সংমিশ্ৰণ হোৱাত পণ্ডিত সকলে ইয়াত ঐতিহাসিক প্ৰামাণ্যৰ গুৰুত্ব দিব নোখোজে। কিন্তু খৃঃ পূঃ আঠশ বছৰৰ পৰা চীনৰ প্ৰকৃত ইতিহাস নিৰবচ্ছিন্নভাবে লিপিবদ্ধ হৈ চলি আহিছে। পৃথিবীৰ ভিতৰত কোনো জাতিৰেই নিয়মিত ভাবে লিখা প্ৰামাণিক ইমান প্ৰাচীন ইতিহাস পোৱা নাযায়। আমাৰ আহোম স্বৰ্গদেউ সকলেও চীনদেশৰ ঐতিহ্যৰ পৰাই ইতিহাস লিখা প্ৰথা আৰু প্ৰেৰণা লগত লৈ আহিছিল।

পৃথিৱীৰ ভিতৰত চীনতেই প্ৰথমে কিতাপ চপোৱা ব্যৱস্থা আবিষ্কাৰ হয়। তাৰ বহুকাল পিচতহে ইউৰোপত চপাখানা আবিষ্কাৰ হয়। ইউৰোপতকৈ বহুত দিন আগেয়ে কাগজ তৈয়াৰ কৰা প্ৰণালীও চীনত ওলায়। চিত্ৰকলাতো অতি পুৰণি কালতে চীনাসকলে উৎকৰ্ষ লাভ কৰিছিল। চিত্ৰশিল্পী সকল প্ৰায়েই কবি আছিল আৰু কবিতাৰ ভাব চিত্ৰত ফুটাই তুলিছিল। মাটিৰ বৰানৰ বাবে চীন জগতত

প্রসিদ্ধ। চীনামাটিৰ বস্তু বৰ্ত্তমান সভ্যজগতৰ অপৰিহাৰ্য্য ব্যবহাৰ্য্য বস্তু।

ধৰ্ম্মসম্পৰ্কে চীনাসকল সদায় সহিষ্ণু আছিল। একে-সময়তে কেইবাটাও ধৰ্ম্ম একেলগে চীনত প্ৰচাৰিত হৈছিল। কিন্তু সেই বিভিন্ন ধৰ্ম্মাৱলম্বী সকলৰ মাজত বেয়াভাব, হিংসা দ্বেষ বৰ নাছিল আৰু শান্তিপূৰ্ণ ভাবেই আটাই কেইটা ধৰ্ম্মই সহাৱস্থানৰ সুযোগ পাইছিল। মাজে সময়ে অৱশ্যে অলপ অচৰপ ধৰ্ম্মৰ নামত উৎপীড়ন হৈছিল। কিন্তু তেনে উৎপীড়নে চৰকাৰৰ পৰা প্ৰশ্ৰয় পোৱা নাছিল বৰং বাধাহে পাইছিল। গতিকে সেই যুগতে চীন একপ্ৰকাৰ ধৰ্ম্মনিৰপেক্ষ ৰাষ্ট্ৰ আছিল। ধৰ্ম্মৰ নামত চীনত যুদ্ধবিগ্ৰহ হোৱা নাছিল। কনফুচিয়াছৰ প্ৰচাৰিত ধৰ্ম্ম, তাওধৰ্ম্ম আৰু বৌদ্ধধৰ্ম্ম—এই তিনিটাই চীনৰ প্ৰধান ধৰ্ম্ম আৰু চীনাসকলে তিনিওটা ধৰ্ম্মকে গ্ৰহণ কৰিছে।

## ( ৩ )

## ঐতিহাসিক পটভূমি

ইতিহাস সাহিত্যৰ সম্পদত চীন বৰ চহকী। চীনাসকলৰ চলিত প্ৰবাদ মতে চীনৰ ইতিহাস ছুইজেন ( bui Jen ) নামৰ ৰজা এজনৰ পৰা আৰম্ভ হয়। এইজনা প্ৰাক-ঐতিহাসিক যুগৰ ৰজা আৰু এইজন ৰজাৰ বৰ্ণনা পৌৰাণিক আখ্যান বুলিহে ধৰিব লাগে। এইজন ৰজাক জুই আবিষ্কাৰক বুলি কোৱা

হয়। আকাশৰ উজ্জ্বল নক্ষত্ৰবিলাক নিৰীক্ষণ কৰি ছুইজেনে জুইৰ জ্ঞান পাইছিল আৰু এদিন এটা চৰায়ে এডাল টান কাঠত খুঁটি থাকোতে স্ফুলিঙ্গ ওলোৱা দেখি দুডাল টান কাঠ ঘঁহি ঘঁহি জুই উলিয়াবলৈ শিকে। এইদৰে জুই উলিয়াই ছুইজেনে জুইৰ ব্যৱহাৰ প্ৰচলন কৰে। চীনৰ পৌৰাণিক আখ্যানত প্ৰচলিত তিনিজনা দেৱৰাজ বা স্বৰ্গৰ ৰজা আৰু পাঁচজন সম্ৰাটৰ ভিতৰত ছুইজেনেই প্ৰথমজনা দেৱৰজা।

দ্বিতীয়জনা দেৱৰজা আছিল ফুছি ( Fu Hsi )। তেওঁৰ ৰাজত্বকাল খৃঃ পূঃ ২৮৫২ চনৰ পৰা খৃঃ পূঃ ২৭৩৮ চনলৈকে বুলি কোৱা হয়। এইজনা ৰজাক ঐতিহাসিক ব্যক্তি বুলি ধৰা হয়। চীনৰ সাংস্কৃতিক ইতিহাসত এইজন ৰজাৰ অৱদান প্ৰচুৰ কাৰণে এওঁক চীনৰ সংস্কৃতিৰ জনক হিচাবে স্থান দিয়ে। এই জন ৰজাই সমাজ ব্যৱস্থাৰ প্ৰবৰ্ত্তন কৰে। তেওঁৰ আগতে হেনো মানুহে হাবি জঙ্গলে বন্যপশুৰ দৰে বাস কৰিছিল। এওঁ মানুহক সমাজত মিলাপ্ৰীতিৰে থাকিব শিকায় আৰু বিয়াৰ প্ৰথা প্ৰচলন কৰে। বাদ্যযন্ত্ৰ তৈয়াৰ কৰি সঙ্গীতৰ প্ৰচলন কৰে, ছবিৰ সহায়ত আখৰ লিখি ভাব প্ৰকাশ কৰিবলৈ চেষ্টা কৰে। চোম গছ ৰুই পাট পলু পুহিবলৈ শিকায়। পশু পালন আৰু গৃহস্থীৰ কামত পশুক ব্যৱহাৰ কৰিবলৈ শিকায়। তেওঁ এক প্ৰকাৰৰ পঞ্জিকা বা সময়নিৰূপক ব্যৱস্থাৰো চিন্তা কৰিছিল আৰু পৰমপুৰুষ শ্যাং টিৰ ( Shang Ti ) পূজা প্ৰচলন কৰিছিল।

ফুছিৰ পিচৰজনা ৰজাৰ নাম আছিল শ্বেন মুঙ। এওঁ খৃঃ পূঃ ২৭৩৭ চনৰ পৰা খৃঃ পূঃ ২৭০৫ চনলৈকে ৰাজত্ব কৰে। এইজনা ৰজাই কৃষি আৰু দৰৱজাতি প্ৰচলন কৰে। চীনৰ ইতিহাস পৰম্পৰাত ছুইজেন, ফুছি আৰু শ্বেন মুঙ—এই তিনিজনাই দেৱৰাজ বা স্বৰ্গৰ ৰজাই মৰতলৈ আহি চীনদেশত ৰাজত্ব কৰে আৰু সভ্যতা আৰু সংস্কৃতিৰ বীজ মৰতত ৰোপণ কৰে।

শ্বেন মুঙৰ পিচৰ ৰজাসকল বৰ পৰাক্ৰমী নাছিল আৰু এওঁলোকে দাঁতি কাষৰীয়া দুৰ্দান্ত জনজাতি সকলৰ আক্ৰমণত বৰ বিব্ৰত হৈ পৰিছিল। সেই কাৰণে এই ৰজাসকলৰ দিনত বিশেষ উল্লেখযোগ্য ঘটনা নোহোৱাত ইতিহাসত তেওঁলোকৰ বিষয়ে বিশেষ জনা নাযায়। ইয়াৰ পিছৰ জন প্ৰখ্যাত ৰজা আছিল হুৱেং টি। এওঁৰ ৰাজত্বকাল খৃঃ পূঃ ২৬৯৭ চনৰ পৰা খৃঃ পূঃ ২৫৯৭ চনলৈকে এশবছৰ আছিল। হুৱেং টি চীনৰ পাঁচজনা ৰাজচক্ৰবৰ্ত্তীৰ প্ৰথম আছিল। হুৱেং টিৰ পূৰ্ব্ববৰ্ত্তী ৰজাসকলৰ দুৰ্ব্বলতাৰ সুযোগ লৈ ইতিমধ্যে চীনত সকসুৰা ৰাজ্য কেইবাখনো গঢ়ি উঠিছিল আৰু দাঁতিকাষৰীয়া পৰাক্ৰমী জনজাতীয় নেতা কিছুমানে কিছু অংশত তেওঁলোকৰ আধিপত্য চলাইছিল। হুৱেং টিয়ে এই সকলোবোৰ ৰজাক নিজৰ বশ্যতালৈ আনিছিল আৰু সেইকাৰণেই তেওঁক ৰাজ-চক্ৰবৰ্ত্তী বোলা হৈছিল। হুৱেং টি এজন প্ৰসিদ্ধ যোদ্ধা আছিল আৰু চো লু সমৰে তেওঁৰ নাম চিৰস্মৰণীয় কৰি

বাখিছে। চিহ্‌ ইউ ( Chih Yu ) নামেৰে এজন অসভ্য জনজাতীয় নেতা প্ৰবল পৰাক্ৰমী হৈ উঠিছিল আৰু তাক কোনোৱে পৰাজয় কৰিব নোৱাৰিছিল। দেৱতাৰ বৰত এই ৰজা জনে যুদ্ধত কুঁৱলীৰ ডাঠ আৱৰণ সৃষ্টি কৰি শত্ৰুপক্ষক মাৰি কাটি সাং কৰিছিল। অৱশেষত হুৱেং টিয়ে কম্পাছ বা দিক-নিৰ্ণয় যন্ত্ৰ আবিষ্কাৰ কৰি চিহ্‌ ইউৰ অৱস্থান নিৰ্ণয় কৰিছিল আৰু যুদ্ধত ঘটুৱাই হত্যা কৰিছিল। এইজন ৰজাই যানবাহন, আদান-প্ৰদানৰ মাধ্যম প্ৰচলন কৰিছিল। এওঁৱেই লিপি প্ৰণালীৰ উন্নতি কৰিছিল আৰু প্ৰণালীবদ্ধ ইতিহাস লিখিবলৈ ইতিহাস লিখকৰ বোৰ্ড স্থাপন কৰিছিল। এই বোৰ্ডৰ সদস্য সকল ৰাজকৰ্ম্মচাৰী আছিল আৰু দেশৰ ইতিহাস সঙ্কলন কৰিছিল। শাসনকাৰ্য্যত তেওঁ এজন জনহিতকৰ সম্ৰাট আছিল। তেওঁ বিদ্ৰোহীসকলৰ প্ৰতি অতি কঠোৰ আৰু ৰাজভক্ত প্ৰজাৰ প্ৰতি অতি দয়ালু আছিল। তেওঁৰ ৰাজ-মহিষী লেইছু বৰ দয়ালু তিৰোতা আছিল আৰু প্ৰজাৰ মঙ্গলৰ বাবে সদায় চেষ্টা কৰিছিল। তেওঁ প্ৰজাসকলক পাটপলুৰ পৰা পাটৰ সূতা কাটি কাপোৰ ব'ব শিকাইছিল। তেওঁক আজিও পাট শিল্পৰ অধিস্থাত্ৰী দেৱী হিচাবে পূজা কৰা হয়।

চীনৰ প্ৰথম ৰাজাধিৰাজ হুৱেং টিৰ পিচৰ দুজন ৰজা চুৱান ছু আৰু কু বৰ প্ৰখ্যাত নাছিল। কিন্তু চতুৰ্থজন ৰজা য়াও অতি বিখ্যাত আছিল। য়াওৱে খৃঃ পূঃ ২৩৫৭ চনৰ পৰা খৃঃ পূঃ ২২৫৮ চনলৈ ৰাজত্ব কৰে। সকলো গুণৰ অধিকাৰী হৈও তেওঁ

নিবহঙ্কাৰী আছিল আৰু প্ৰবল প্ৰতাপী হৈও তেওঁ অত্যাচাৰী নাছিল। তেওঁৰ ৰাজপ্ৰাসাদৰ সন্মুখত এচটা বহল কাঠ পাতি থৈছিল। বোৰ্ডৰ নিচিনা এই কাঠডোখৰত প্ৰশাসনীয় ব্যৱস্থা সম্পৰ্কে যি কোনোৱে নিজৰ মন্তব্য বা পৰামৰ্শ লিখি ৰজাক জনাব পাৰিছিল। এই কাঠ চটাৰ ওচৰতে এটা ঢোল বাখিছিল আৰু কোনো মানুহৰ কিবা গোচৰবা অভিযোগ থাকিলে এই ঢোল বজাই ৰজাৰ দৃষ্টি আকৰ্ষণ কৰি ৰাজচৰাত গোচৰ উত্থাপন কৰিব পাৰিছিল। প্ৰজাৰ মঙ্গল সাধনেই আছিল তেওঁৰ ব্ৰত। সেই কাৰণে তেওঁৰ উত্তৰাধিকাৰী নিৰ্ব্বাচনত যোগ্যতালৈ লক্ষ্য কৰি তেওঁৰ আত্মীয় কাকো ৰাজ-সিংহাসনৰ বাবে মনোনীত নকৰি শ্বুন নামেৰে এজন সাধাৰণ প্ৰজাকহে ৰজা পাতিবলৈ মনোনীত কৰিছিল। গুণ আৰু দক্ষতাকহে তেওঁ সমাদৰ কৰিছিল আৰু সঁচাকৈ শ্বুনক মনোনীত কৰি তেওঁ উদাৰ মন আৰু দূৰদৰ্শিতাৰ পৰিচয় দিছিল। য়াওৱে চীনত বহুত সংস্কাৰ প্ৰবৰ্ত্তন কৰিছিল আৰু আজিও চীনাসকলে তেওঁৰ স্মৃতিত শ্ৰদ্ধা জনায়। য়াওৰ পিছত তেওঁৰ মনোনয়ন অনুযায়ী শ্বুন ৰজা হয় আৰ খৃঃ পূঃ ২২৫৮ চনৰ পৰা খৃঃ পূঃ ২২০৫ চনলৈকে ৰাজত্ব কৰে। শ্বুনেও তেওঁৰ পূৰ্ব্ববৰ্ত্তী সম্ৰাট য়াওৰ পটন্তৰ সাৰোগত কৰি নিজৰ বংশৰ কাকো ৰাজপদৰ বাবে মনোনীত নকৰি যোগ্যতালৈ লক্ষ্য কৰি ইউ নামেৰে এজন পাকৈত পানী নিয়ন্ত্ৰণ কৰা ইঞ্জিনিয়াৰক মনোনীত কৰে। এই ইউয়ে বিখ্যাত ছিয়া বংশৰ প্ৰবৰ্ত্তক। এই ছিয়া বংশৰ

ৰজাসকলে খৃঃ পূঃ ২২০৫ চনৰ পৰা খৃঃ পূঃ ১৭৬৬ চনলৈ ৰাজত্ব কৰে।

এই সম্রাটসকল প্ৰকৃততে ঐতিহাসিক ব্যক্তি বুলি গৃহীত নহলেও চীনৰ সাংস্কৃতিক ইতিহাসত এওঁলোকক ঐতিহাসিক ৰূপ দিয়া হৈছে। আচলতে এই পৌৰাণিক সম্রাটসকলে চীনৰ সভ্যতা আৰু সংস্কৃতিৰ ক্রমবিকাশৰ গতিত বিভিন্ন স্তৰৰ নির্দ্দেশক হিচাবেহে স্বীকৃতি পাইছে। এওঁলোক প্ৰত্যেকে একো একোটা স্তৰৰ প্ৰতীক। ফুছি চীনৰ অঘৰী যুগৰ প্ৰতীক; সেই যুগত মানুহ সমাজৰ স্তৰলৈ অহা নাই। ধেনুকাঁড় আদিৰ সহায়ত মানুহ চিকাৰজীবী হৈ আছিল। শ্বেন নুঙ কৃষি প্রবর্ত্তন যুগৰ প্ৰতীক। মানুহে লাহে লাহে কৃষিজীবনলৈ আহিব লাগিছে কিন্তু আগৰ অৱস্থাৰ অবসান হোৱা নাই। হুৱেং টিৰ যুগত সমাজ ব্যৱস্থাৰ পত্তন হৈছে আৰু য়াও, শ্বুন, ইউৰ যুগত সমাজ, শাসন ক্রমে আদর্শৰ ওপৰত স্থাপিত হৈছে।

খৃঃ পূঃ ১১২২ চনৰ পৰা খৃঃ পূঃ ২৫৫ চনলৈকে চীনত বিখ্যাত চৌ-বংশৰ ৰজা সকলে ৰাজত্ব কৰে। চৌ-বংশৰ আৰম্ভণিৰ পৰাই চীনৰ বিশ্বাসযোগ্য প্ৰকৃত ইতিহাস পোৱা যায়। তাৰ আগলৈকে চীনৰ ইতিহাস পৌৰাণিক আখ্যান আৰু প্ৰকৃত ইতিহাসৰ সংমিশ্ৰণ হৈ অহা কাৰণে পণ্ডিতসকলে প্রামাণিক ইতিহাস বুলি মানি লবলৈ টান পায়। চৌ-বংশৰ ৰজাসকলৰ দিনৰ পৰা চীনৰ প্রামাণিক নিৰবচ্ছিন্ন ইতিহাস

চলি আহিছে। এই যুগত চীনৰ জীৱনৰ গতি আৰু অনুস্থান-বিলাক এটা স্থায়ী পৰ্য্যায়লৈ আহে আৰু নিৰ্দ্দিষ্ট ৰূপ লয়। চীনা সভ্যতাই এই যুগত যি গঢ় ললে সিয়েই সামান্য পৰিবৰ্ত্তিত বা সংশোধিত হৈ আজিলৈকে চলি আহিছে আৰু চীনৰ জাতীয় জীৱনত তাৰ প্ৰভাৱ অপ্ৰত্যাহত ভাবে চলি আছে।

চীনৰ সভ্যতা প্ৰধানতঃ কৃষি সভ্যতা। চীনৰ কাঞ্চু, শ্বঞ্চি, শ্বাঞ্চি আৰু হোনান আদি পলসুৱা ভূভাগত এই সভ্যতা গঢ়ি উঠিছিল। চীনৰ পৰিয়াল পিতৃ-প্ৰধান। পৰিয়ালটোৰ ভিতৰত বাপেকৰ কৰ্ত্তৃত্ব সকলোৱে মানি চলিছিল। এই অঞ্চলবোৰত কৃষি কৰিবলৈ পানীৰ যোগান ব্যৱস্থা নিজে কৰিব লগা হৈছিল আৰু তাৰ বাবেই খেতিৰ কামত গোটেই পৰিয়ালটোৰ সক্ৰিয় সহযোগৰ আৱশ্যক হৈছিল। এতেকে পৰিয়ালটোৱেই একোটা গোট হিচাবে সমাজ ব্যৱস্থাত স্বীকৃতি পাইছিল আৰু বাপেকেই পৰিয়ালটোৰ মুৰব্বী আছিল। পানীযোগান ব্যৱস্থাৰ কাৰণে কেইবাটাও পৰিয়ালে মুঠ বান্ধিছিল আৰু সেই পৰিয়ালবৰ্গৰ ভিতৰত সম্মানী একোজনক মুৰব্বী পাতি তেওঁৰ দিহামতে কাম কৰিছিল। এইদৰে ক্ৰমাৎ পৰিয়ালৰ সংখ্যা বৃদ্ধিহোৱাত আৰু খেতিৰ মাটিৰ আয়তন বাঢ়ি যোৱাত একো একোখন সৰু সুৰা ৰাজ্যত পৰিণত হৈছিল আৰু পৰিয়ালৰ আৰ্হিৰে এই ৰাজ্যবোৰতো পিতৃ-প্ৰধান ৰীতি প্ৰবৰ্ত্তিত হৈছিল। ৰাজ্যখনেই এটা বিৰাট পৰিয়ালত ৰূপান্তৰিত হৈছিল।

চীনৰ সভ্যতা কৃষিপ্ৰধান হোৱা কাৰণেই চীন কেতিয়াও প্ৰসিদ্ধ যুজাৰু জাতি নাছিল। দাতি কাষৰীয়া ঠাইবিলাক অস্ত্ৰৰ পৰিবৰ্ত্তে সংস্কৃতিৰেহে চীনে জয় কৰিছিল। চীনৰ বীৰপুৰুষ সকলৰ সামৰিক প্ৰতিপত্তিতকৈ সাংস্কৃতিক অৱদানহে বেচি আছিল। চীনত অৱশ্যে যুদ্ধবিগ্ৰহ হৈছিল আৰু চীনৰ প্ৰজাসকলেও সেই যুদ্ধবোৰত অংশ লৈছিল কিন্তু চীনৰ সাংস্কৃতিক আদৰ্শ সমৰ-নৈপুণ্য নহয় আৰু সেই কাৰণেই সমাজত সৈনিক সকলৰ সমাদৰ নাছিল। যুদ্ধবিগ্ৰহ নোহোৱাকৈ শান্তিৰে থকাটোৰেই চীনৰ জাতীয় জীৱনৰ আদৰ্শ আছিল আৰু শান্তি প্ৰণোদক মনোবৃত্তি, যৌক্তিকতা, সাধুতা আদিত অধিক গুৰুত্ব আৰোপ কৰিছিল। ফলত শান্তিপ্ৰিয় আৰু সহিষ্ণু সমাজ চীনত গঢ়ি উঠিছিল।

পিতৃপ্ৰধান পৰিয়ালৰ ভেঁটিত লাহে লাহে সৰু সৰু ৰাজ্য কিছুমান গঠিত হল। এই অকণি অকণি ৰাজ্যবোৰত সেই বংশৰ ক্ষমতাপন্ন মূৰীজনে শাসন ভাৰ গ্ৰহণ কৰিছিল আৰু সেই বংশৰ বিদ্বান আৰু জ্ঞানীলোক সকলে প্ৰশাসন কাৰ্য্যত দিহা পৰামৰ্শ দিছিল। ৰাজ্যৰ মূৰীজন এক প্ৰকাৰ নিৰ্ব্বাচন পদ্ধতিত পাতি লৈছিল আৰু তেওঁৰেই ৰজা, পিতৃ আৰু সমাজৰ ধৰ্ম্মকৰ্ম্ম আদিৰ পুৰোহিতো আছিল। ৰজাৰ উত্তৰাধিকাৰী পুৰুষানুক্ৰমে নাপাতি যোগ্য ব্যক্তিক নিৰ্ব্বাচন কৰি লৈছিল। ৰজাৰ পুতেকৰ যোগ্যতা থাকিলে সৰ্ব্বসম্মতিক্ৰমে তেওঁকেই ৰাজপাটত তুলিছিল

কিন্তু ই জন্মগত স্বত্ব নহৈ ৰাইজৰ ইচ্ছাৰ ওপৰতহে নিৰ্ভৰ কৰিছিল।

ৰাজ্যৰ সংখ্যা বাঢ়িলত চৌ বংশৰ সম্রাট সকলে এই ৰাজ্যবোৰক কেন্দ্ৰীয় চৰকাৰত প্ৰতিনিধিত্ব কৰিবলৈ একো-জন কৃতিত্ব-সম্পন্ন, বিদ্বান আৰু চৰিত্ৰবান পুৰুষক মনোনীত কৰিবলৈ নিৰ্দ্দেশ দিছিল আৰু এই মনোনীত সদস্য সকলক লৈ সম্রাটৰ কেন্দ্ৰীয় চৰকাৰ গঠিত হৈছিল। লাহে লাহে ৰাজ্যৰ জনসংখ্যা অনুপাতে এই সদস্য সকলৰ সংখ্যা বৃদ্ধি হৈছিল। অৱশেষত দুই বংশৰ ৰজাসকলৰ সময়ত কেন্দ্ৰীয় চৰকাৰৰ বিষয়াসকলক প্ৰতিযোগিতামূলক পৰীক্ষাৰ মাজেদি নিৰ্ব্বাচন কৰি লোৱা হৈছিল।

চৌবংশৰ সম্রাট সকলৰ যুগটো চীনৰ ইতিহাসৰ সামন্তযুগ বুলি কোৱা হয়। চৌবংশৰ সম্রাটেই জমিদাৰী পদ্ধতিত চীনৰ সম্ভ্ৰান্ত পৰিয়াল সকলক পাঁচ ভাগত ভগায় আৰু প্ৰত্যেক শ্ৰেণীকে একো একোটা বিশেষ মৰ্য্যাদা দিয়ে। সাধাৰণ প্ৰজাসকলক সামাজিক প্ৰতিষ্ঠা অনুযায়ী চাৰি ভাগত বিভক্ত কৰিছিল, যেনে বিদ্বান পণ্ডিত কৃষক, শিল্পী আৰু বণিক সকল। অকল বিদ্বান সকলেহে ৰাজবিষয়া পাব পাৰিছিল আৰু জমিদাৰ সকলক লৈ তেওঁলোকেই সমাজত বিশেষ প্ৰতিপত্তি পাইছিল। সাধাৰণ প্ৰজা সকলে এই জমিদাৰ সকলৰ খেম-খাটনি কৰিব লাগিছিল আৰু তেওঁলোকৰ তলত খেতি-বাতি কৰি জীৱিকা নিৰ্ব্বাহ কৰিব লাগিছিল। সেইকালত খেতিয়ক

সকলৰ জীৱন নিৰ্ব্বাহ সহজ নাছিল। কনফুচিয়াছৰ কবিতা-পুথিত সঙ্কলিত কবিতাবোৰত সেইযুগৰ খেতিয়কৰ দুৰৱস্থা বৰ্ণাই লিখা কবিতাবোৰেই তাৰ সাক্ষী। বৰষুণ হৈ খেতিৰ উপযোগী বতৰ হলেও প্ৰথমে খেতিয়কে জমিদাৰৰ মাটিহে চহাব লাগিব। জমিদাৰৰ মাটিৰ খেতি লগোৱা শেষ হলেহে নিজৰ মাটিত চহ আৰম্ভ কৰিব পাৰে। তেতিয়ামানে হয়তো খেতিৰ বতৰেই নাথাকে। সমাজত জমিদাৰসকলৰ বৰ প্ৰতিপত্তি আছিল আৰু ৰজাঘৰতো সি স্বীকৃতি পাইছিল।

সীমান্তত থকা জমিদাৰ সকলৰ ক্ষমতা ক্ৰমে বাঢ়ি গৈছিল আৰু সময়ে সময়ে তেওঁলোকৰ মাজত যুদ্ধবিগ্ৰহো হৈছিল আৰু প্ৰত্যেকে সামৰিক শক্তিৰ বৃদ্ধিত মনোনিবেশ কৰিছিল। সময়ত কোনো কোনো ক্ষমতাপন্ন জমিদাৰে নিজকে স্বাধীন ৰজা বুলি ঘোষণা কৰিছিল আৰু কেন্দ্ৰীয় সম্ৰাটৰ বিৰুদ্ধেও বিদ্ৰোহ কৰিছিল। খৃঃ পূঃ ৭৫০ চনৰ পৰা খৃঃ পূঃ ২৫০ চনলৈকে কেন্দ্ৰীয় চৰকাৰৰ ক্ষমতা শিথিল আছিল আৰু চীনত অসংখ্য স্বাধীন ৰাজ্য গঢ়ি উঠিছিল। এওঁলোকে নামতহে সাম্ৰাজ্যৰ অন্তৰ্ভুক্ত আছিল আৰু প্ৰকৃততে সৰ্ব্বভৌম ৰজাৰ দৰেই চলিছিল। কিন্তু চীনৰ কৃষিৰ বিশেষত্বৰ কাৰণেই জমিদাৰী প্ৰথাই ভালদৰে খোপনি পুতিব নোৱাৰিছিল। পানীযোগানৰ কেন্দ্ৰীয় ব্যৱস্থাৰ প্ৰয়োজন সদায় অব্যাহত আছিল আৰু কৃষকে সদায় উমৈহতীয়া পানীযোগানৰ ওপৰত নিৰ্ভৰ কৰিব লগীয়া হোৱাত আঞ্চলিক অনুগত্য গাঢ় হব

নোৱাৰিছিল। কৃষি সমস্যাই চীনত প্ৰধান সমস্যা আছিল আৰু তাৰ উন্নয়নৰ বাবে কেন্দ্ৰীয় চৰকাৰৰ অধিক প্ৰয়োজন আছিল। ফলত কৃষক জনসাধাৰণৰ ওপৰত জমিদাৰ সকলৰ স্থায়ী প্ৰভুত্ব আৰু আধিপত্য নৰজিছিল।

চীনৰ এই সামন্ত ৰাজ্যসকলৰ ভিতৰত প্ৰথমতে খৃঃ পূঃ ৩৫০ চনত "চীন" ৰাজ্যত ( State of Chin ) জমিদাৰী প্ৰথা বা ফিউদেল প্ৰথা উঠাই দিয়া হয় আৰু জমি বিতৰণৰ এটা নতুন পদ্ধতি গ্ৰহণ কৰা হয়। এই নীতিমতে সকলো মাটিৰ অধিকাৰী আছিল সম্ৰাট আৰু প্ৰত্যেকজন মানুহকে কুৰিবছৰ বয়স হোৱাৰ লগে লগে একোখণ্ড জমিৰ পত্তন দিয়া হৈছিল। কিন্তু মানুহজনৰ মাটিত স্বত্ব নাছিল আৰু দান বিক্ৰী হস্তান্তৰ একো কৰিব নোৱাৰিছিল। সি সেই মাটিত খেতি কৰিব আৰু তাৰ উৎপাদনেৰে জীৱিকা নিৰ্ব্বাহ কৰিব পাৰিছিল। আকৌ মানুহজনৰ ষাঠি বছৰ বয়স হোৱাৰ পাচত সেই জমিত তাৰ কোনোৰূপ স্বত্বই নাথাকে আৰু পুনৰ সেই জমি ৰজাৰ হাতলৈ আহে। প্ৰথমতে এই নীতি কাৰ্য্যকৰী হৈছিল আৰু সাময়িক ভাবে হলেও খেতিয়কে নিজৰ এডৰা জমি পোৱাত যথেষ্ট আগ্ৰহে তাত খেতিবাতি কৰিছিল। কিন্তু পিচলৈ জনসংখ্যাৰ অত্যধিক বৃদ্ধিৰ কাৰণে এই নীতি বিফল হল আৰু উৎপাদন কমি যাবলৈ ধৰিলে। দেশৰ অ'ত ত'ত মাটিত কৃষকৰ স্বকীয়া স্বত্ব গজি উঠিল আৰু অৱশেষত খেতিৰ মাটিত কৃষকৰ স্বত্বই চীন ৰাজ্যত চৰকাৰৰ পৰাও স্বীকৃতি পালে।

খেতিয়কে খেতিৰ মাটিত স্বত্ব-স্বামীত্ব পোৱাৰ লগে লগে খেতিয়ক সকলৰ মাজত অপূৰ্ব্ব জাগৰণে দেখা দিলে আৰু দেশৰ আৰ্থিক অৱস্থা ক্ৰমান্বয়ে উন্নত হৈ আহিব ধৰিলে। খেতিয়ক সকলে দুগুণ উৎসাহে কাম কৰিব ধৰিলে আৰু দেশৰ উৎপাদন যথেষ্ট বাঢ়িল। সাম্ৰাজ্যৰ অইন অইন ৰাজ্যৰ তুলনাত সেইখন ৰাজ্যৰ শ্ৰীবৃদ্ধি চকুত লগা হৈ পৰিল আৰু যিবিলাক ৰাজ্যত ভূমি বিতৰণ নীতিত এনে সংস্কাৰ প্ৰবৰ্ত্তন কৰা নাছিল তাৰ কৃষকসকলৰ মাজত বৰ অসন্তুষ্টিয়ে দেখা দিলে। তাৰোপৰি ফিউদেল বা জমিদাৰী প্ৰথা প্ৰচলনৰ কাৰণে পানী যোগান ব্যৱস্থা অৱহেলিত হোৱাত মাটিৰ উৎপাদিকা শক্তি কমি যাবলৈ ধৰিলে আৰু দেশত দুৰ্ভিক্ষই দেখা দিলে। প্ৰজাৰ মাজত বিদ্ৰোহ আৰম্ভ হল আৰু চীন ৰাজ্যৰ ৰজা চীন চেঙে (Chin Cheng) এই বিদ্ৰোহী প্ৰজাসকলৰ অধিনায়কত্ব কৰিবলৈ সুযোগ পালে। কাৰণ তেওঁ ৰাজ্যত খেতিয়ক সকলক মাটিৰ অধিকাৰ দিছিল আৰু প্ৰয়োজনীয় পানীযোগান ব্যৱস্থা উন্নত কৰি ৰাখিব পাৰিছিল। খৃঃ পূঃ ২২১ চনত চীন চেঙে তথাকথিত স্বাধীন ৰাজ্যবিলাকক প্ৰজাৰ সহযোগত দমন কৰি নিজৰ বশ্যতালৈ আনে আৰু চীন শ্বিহ হুৱেংটি নাম লয়। এই নাম আগেয়ে পৌৰাণিক দেৱৰাজ এজনৰহে আছিল। এই নাম লৈ চীন শ্বিহ হুৱেংটিয়ে নিজক প্ৰথম সম্ৰাট বুলি ঘোষণা কৰে আৰু গোটেই চীন সাম্ৰাজ্য একত্ৰীকৰণ কৰি প্ৰবল প্ৰতাপে শাসন কৰে। তেওঁৰ দিনতে প্ৰথম-

বাবৰ কাৰণে সমগ্ৰ চীনতে এক শাসন প্ৰবৰ্ত্তন কৰা হয়। চীন শ্বিহ হুৱেংটিৰ খৃঃ পূঃ ২০৯ চনত মৃত্যু হয় আৰু যদিও তেওঁৰ মৃত্যুৰ পিছত পুনৰ জমিদাৰী প্ৰথা অত তত চলিছিল তথাপি তেওঁৰ শাসনত প্ৰবৰ্ত্তন হোৱা ভূমি-সংস্কাৰ নীতি প্ৰায় বৰ্ত্তমান যুগলৈকে চলি আহিছে। ঐতিহাসিক সকলে শ্বিহ হুৱেংটিক চীনৰ নেপোলিয়ন আখ্যা দিছে। এইজনা সম্ৰাটেই বিশ্ব-বিখ্যাত চীনৰ প্ৰাচীৰ নিৰ্ম্মাণ কৰাইছিল। হুৱেংটিৰ বিশেষত্ব বা বীৰত্ব সমৰবিজয়ী হিচাবে নাইবা চীনৰ প্ৰাচীৰ নিৰ্ম্মাণ কৰোতা হিচাবে নহয়, তেওঁৰ বীৰত্ব আছিল সমগ্ৰ চীন সাম্ৰাজ্যৰ বৈপ্লবিক ভূমি নীতিৰ প্ৰবৰ্ত্তক হিচাবেহে। কিন্তু ৰাজত্বৰ শেষৰ কাল হোৱাত তেওঁ বৰ গৰ্ব্বিত হৈ উঠে আৰু বৰ অসহিষ্ণু হয়। এইজন ৰজাই চীনৰ বিখ্যাত দাৰ্শনিক আৰু সংস্কাৰক কন-ফুচিয়াছৰ সকলো পুথি জুইত পুৰি ভস্ম কৰাইছিল, কাৰণ কোনো কোনোৱে কনফুচিয়াছক তেওঁতকৈও ডাঙৰ পুৰুষ বুলি সম্মান কৰিছিল আৰু তেওঁৰ পুথিৰ বচন উদ্ধৃত কৰি তেওঁৰ জ্ঞান গৰিমা প্ৰচাৰ কৰিছিল।

ভূমিত ব্যক্তিগত অধিকাৰ স্বীকৃত হোৱাৰ কাৰণে পিচতগৈ আঢ্যবন্ত সকলৰ হাতত ভূমি থুপ খাই পৰিল আৰু প্ৰকাণ্ড প্ৰকাণ্ড খাট পামৰ সৃষ্টি হ'ল। প্ৰায় এহেজাৰ বছৰ ধৰি চীনত পুনৰ পুৰণি মাটি নীতি প্ৰচলন কৰিবলৈ সময়ে সময়ে প্ৰচেষ্টা চলি আছিল। এই প্ৰচেষ্টাবিলাকৰ ভিতৰত একাদশ শতাব্দীত সমাজবাদী দাৰ্শনিক আৰু ৰাজনীতিবিদ ওৱাং আন শ্বিহে

( Wang An Shih ) চলোৱা প্ৰচেষ্টা বিশেষ উল্লেখযোগ্য। ৱাং আন শ্বিহে একপ্ৰকাৰ কৃষিঋণ আৰু উৎপন্ন বস্তুৰেই আদান প্ৰদানৰ ব্যৱস্থা প্ৰবৰ্ত্তন কৰিছিল। মাটিৰ ওপৰত আৰু সম্পত্তিৰ ওপৰত কৰ বহুৱাইছিল আৰু মাটিৰ পত্তন ব্যৱস্থা দৃঢ় কৰিছিল। মাটি জৰীপ কৰি উৎপাদিকা শক্তি অনুযায়ী মাটিৰ শ্ৰেণীবিভাগ কৰিছিল। যাতে খেতিয়ক সকলে নিজৰ দুৰবস্থাৰ বাবে ধনী সকলৰ হাতত সৰ্ব্বস্ব সমৰ্পণ কৰিব লগা অবস্থাত নপৰে তাৰ ব্যৱস্থা কৰাই তেওঁৰ উদ্দেশ্য আছিল। কৃষকসকলে যাতে কৰৰ বোজা বহন কৰিব লগা নহয় তাৰ বাবে তেওঁ সম্পত্তিৰ ওপৰত কৰ বহুৱাবলৈ পৰামৰ্শ দিছিল। কিন্তু তেওঁৰ শাসন নীতি, বিশেষকৈ ভূমি সংস্কাৰ আৰু কৰ বহুৱা নীতি কাৰ্য্যকৰী কৰিব নোৱাৰিলে। ধনীশ্ৰেণীৰ পৰা তেওঁ প্ৰবল বাধা পালে আৰু শাসনযন্ত্ৰ দৃঢ় নোহোৱাত তেওঁ বৈপ্লবিক নীতি পৰিত্যাগ কৰিব লগাত পৰিছিল।

পৃথিবীৰ আন আন জাতিৰ ইতিহাসতকৈ চীনৰ ইতিহাসৰ বিশেষত্ব হৈছে সমাজ-ব্যৱস্থাৰ স্থায়িত্ব আৰু চীনসাম্ৰাজ্যৰ স্থিতিশীলতা। নামত হলেও চীন সাম্ৰাজ্য চলি আহিছে আৰু বিভিন্ন ৰাজ্যবিলাকৰ সংহতিত চীনৰ গণৰাজ্য লোপ পোৱা নাই। সংৰক্ষণশীলতাই চীনৰ সভ্যতাৰ বৈশিষ্ট্য।

# কনফুচিয়াছ

যুগৰ পৰিস্থিতিয়ে মহৎ লোকৰ সৃষ্টি কৰে—এই বচন ফাঁকি কনফুচিয়াছৰ ক্ষেত্ৰত ভালকৈ খাটে। কনফুচিয়াছ আছিল যুগমানৱ। খৃঃ পূঃ ষষ্ঠ শতিকাত চীনৰ আভ্যন্তৰীণ অৱস্থাই কনফুচিয়াছৰ দৰে এজন তীক্ষ্ণধী, জনগণৰ পথপ্ৰদৰ্শক মহান ব্যক্তিৰ আবিৰ্ভাৱৰ ক্ষেত্ৰ প্ৰস্তুত কৰি ৰাখিছিল। প্ৰায় এহাজাৰ বছৰ ৰাজত্ব কৰাৰ পিচত খৃঃ পূঃ ১১২৫ চনত শাং (Shang) বংশৰ ক্ষমতাৰ ওৰ পৰে। তাৰ পৰাই চীনত নানা প্ৰকাৰৰ ৰাজনৈতিক বিপৰ্য্যয় দেখা দিয়ে। প্ৰায় পাঁচশ বছৰ কাল ধৰি চীনত অসংখ্য সৰু সৰু ৰাজ্য গঢ়ি উঠে আৰু এই ৰাজ্য বোৰৰ মাজত যুদ্ধ-বিগ্ৰহ হৈ চীনৰ ৰাজনৈতিক অৱস্থাত অস্থিৰতাই দেখা দিয়ে। এই কালছোৱাত চৌবংশৰ সম্ৰাটসকলে চীনত ৰাজত্ব কৰিছিল। চৌবংশৰ সম্ৰাটসকলৰ ৰাজত্বৰ শেষৰ ছোৱাত কেন্দ্ৰীয় শাসন একেবাৰেই শিথিল হৈ পৰে আৰু কেন্দ্ৰীয় চৰকাৰৰ দুৰ্ব্বলতাৰ সুযোগ লৈ ক্ষমতাপন্ন সামন্তসকলে স্বাধীনতা ঘোষণা কৰি সাৰ্ব্বভৌম ৰজা হিচাবে চীনক অসংখ্য ৰাজ্যত বিভক্ত কৰি দেশত আউল লগাইছিল। এনে অশান্ত পৰিস্থিতিত বহুকাল ধৰি চলি অহা ৰীতি-নীতি সমাজ-ব্যৱস্থা সকলো ছিন্নভিন্ন হৈ যায়। মানুহৰ মনত এটা গভীৰ হতাশাই স্থান পাইছিল। সেই সময়ত জনসাধাৰণে কিমান দুখ-দুৰ্গতি ভোগ কৰিব লগা হৈছিল তাক খৃঃ পূঃ ৭ম

আৰু ৮ম শতিকাত ৰচিত হোৱা আৰু মুখে মুখে চলি অহা লোকগীতি বোৰৰ পৰাই অনুমান কৰিব পাৰি।

এনে বৈপ্লবিক পৰিস্থিতিয়ে মানুহৰ মনত স্বাধীন চিন্তাৰ সমল যোগাইছিল আৰু এই কালছোৱাই প্ৰাচীন চীনৰ ইতিহাসত এটা নতুন যুগৰ সূচনা কৰিছিল। প্ৰশাসন, নৈতিক জীৱন, ধৰ্ম্ম, সমাজ-ব্যৱস্থা আদি সকলো ক্ষেত্ৰতে সংস্কাৰৰ একান্ত প্ৰয়োজন হৈছিল আৰু যোগ্যলোকৰ নিৰ্দ্দেশ যুগে আহ্বান কৰিছিল। যেতিয়া ৰাজনৈতিক খেলিমেলিত চীনৰ জনসাধাৰণৰ আৰ্থিক অৱস্থা শোচনীয় হৈ পৰিছিল, যুগ যুগ ধৰি চলি অহা সামাজিক, নৈতিক, সাংস্কৃতিক ঐতিহ্য অৱহেলিত আৰু অনাদৃত হৈ পৰিছিল, সেই সন্ধিক্ষণত জনগণৰ আশাৰ প্ৰদীপ লৈ গৌৰৱময় ঐতিহ্য ৰক্ষা কৰিবলৈ কনফুচিয়াছৰ আবিৰ্ভাব হৈছিল।

চীনদেশৰ লু প্ৰদেশৰ ছাও জিলাত হোৱাংহো নদীৰ দাঁতিকাষৰীয়া এখন ঠাইত প্ৰায় আঢ়ৈ হাজাৰমান বছৰৰ আগেয়ে প্ৰসিদ্ধ শু বংশত শুহলিয়ঙহেইহ নামেৰে এজন বৰ ক্ষমতাপন্ন লোক আছিল। তেওঁ বৰ বলী, সাহসী আৰু দেখাতো বৰ ডাঙৰ-দীঘল পুৰুষ আছিল। তেওঁৰ শৌৰ্য্য-বীৰ্য্য সম্পৰ্কে গোটেই দেশতে নানাপ্ৰকাৰৰ জনশ্ৰুতি প্ৰচলিত হৈছিল। তেওঁ চীনৰ ৰাজবংশৰ লোক আছিল আৰু পীত সাগৰৰ দাঁতিত থকা পীতনদীৰ উপকূলৰ ছাওছিলাৰ সেনাধিনায়ক আছিল। সেইসময়ত চীনসাম্ৰাজ্যৰ আভ্যন্তৰীণ প্ৰশাসন

একেবাৰেই শিথিল হৈ পৰে আৰু এই কেন্দ্ৰীয় প্ৰশাসনৰ শিথিলতাৰ সুযোগতে দেশত অসংখ্য সৰু সৰু ৰাজ্য গঢ়ি উঠে। এই সৰু সৰু ৰাজ্যবোৰত একোজন ৰজাই ৰাজত্ব কৰিছিল। এই ৰাজ্যবোৰৰ মাজত বৰ মিলাপ্ৰীতি নাছিল আৰু সততে যুদ্ধ-বাগৰ লাগিয়েই আছিল। সেইকাৰণে সেইসময়ত বলী আৰু সাহসী মানুহৰ বৰ সমাদৰ আছিল।

শু হলিয়াঙহেইহ্ বৰ ক্ষমতাপন্ন হৈ উঠিছিল আৰু সৈন্য পৰিচালনাত তেওঁ বৰ পটু আছিল। তেওঁৰ সুদক্ষ সৈন্য পৰিচালনাৰ বাবেই তেওঁৰ ৰাজ্য অপৰাজেয় আছিল। যুদ্ধৰ বিভীষিকাৰ পৰা নিষ্কৃতি পোৱা বাবে ৰাজ্যৰ প্ৰজাসকল বৰ সুখত আছিল আৰু সকলোৱে শতমুখে শু হলিয়াঙক প্ৰশংসা আৰু সম্মান কৰিছিল। ৰজা, প্ৰজা সকলোৰে পৰা সম্মান সমাদৰ পাই তেওঁ অধিক কৰ্ত্তব্যপৰায়ণ হৈছিল আৰু সুখশান্তি ৰক্ষা কৰি ৰাজ্যখন অধিক সমৃদ্ধিশালী কৰাটোৱেই তেওঁ জীৱনৰ ব্ৰত হিচাবে লৈছিল।

অশেষ ক্ষমতা আৰু সম্মানৰ গৰাকী হলেও এটা কথাৰ কাৰণে তেওঁ বৰ সুখী নাছিল। তেওঁৰ লৰা সন্তান নাছিল। এটি এটিকৈ শু হলিয়াঙৰ ন-জনী ছোৱালী জন্মিল কিন্তু পুত্ৰমুখ নেদেখিলে। সেইসময়ত চীনদেশত ছোৱালীৰ বৰ আদৰ নাছিল। ছোৱালীৰ বয়স হলেই বিয়াবাৰু দি উলিয়াই দিব লাগে। ছোৱালী বোৱাৰী হৈ গিৰিয়েকৰ ঘৰ ধৰিব কিন্তু বুঢ়াকালত মাক বাপেকক চাবলৈ সিহঁতৰ অৱসৰো নাই,

সুযোগো নাই। এতেকে পুত্রসন্তানৰ অবিহনে ভাটিবয়সত মানুহ নিৰাশ্ৰয় হৈ পৰে। এই ঐহিক অসহায় অৱস্থাৰ উপৰিও পাৰলৌকিক প্রয়োজনৰ বাবেও পুত্রসন্তানৰ সুকীয়া স্থান আছে। চীনদেশত সেই সময়ত প্রচলিত ৰীতি অনুসৰি পুতেকেহে পিতৃপুৰুষসকলৰ শ্ৰাদ্ধ, প্রেতকৰ্ম্ম আদি কৰিব পাৰে। ছোৱালীয়ে গিৰিয়েকৰ পিতৃপুৰুষৰহে শ্ৰাদ্ধাদি কৰিব পাৰে, নিজৰ পিতৃপুৰুষৰ লগত কোনো সম্বন্ধ নাথাকে। অবিবাহিতা হৈ থকা ছোৱালীৰ কথা তেতিয়াৰ সমাজে ভাবিব নোৱাৰিছিল আৰু ছোৱালীৰ কোনো ব্যক্তি-স্বাধীনতাও নাছিল। এতেকে নজনী ছোৱালীৰ পিতা হৈও এটিও পুত্রসন্তান নথকাত বংশ লোপ হোৱাৰ আশঙ্কাই শু হলিয়াঙৰ অন্তৰত বৰ দুখ দিছিল। নিজৰ বংশ ৰক্ষাৰ বাবে আৰু উপৰি পুৰুষসকলৰ ক্রিয়াকাণ্ড যাতে লোপ নাপায় তাৰ বাবে তেওঁ সদায় পুত্ৰকামনা কৰিছিল আৰু পুত্রৰ উদ্দেশ্যে গিৰিয়েক ঘৈণীয়েক দুয়ো ব্রত, উপাসনা, পূজা পাতল আদি কৰিছিল। শু হলিয়াঙে কেইবাবাৰো বিয়া কৰায় আৰু অৱশেষত তেওঁৰ ৭০ বছৰ বয়সত তেওঁৰ ন ঘৈণীয়েক চীঙছাইৰ এটি পুত্র জন্মে। এই লৰাটিৰ নাম চিউ ৰাখিলে। এই চিউয়েই পিছত কনফুচিয়াছ নামে প্ৰখ্যাত হয়। কনফুচিয়াছে খৃঃ পূঃ ৫৫১ চনত জন্মগ্রহণ কৰে।

* * * *

কনফুচিয়াছৰ জন্ম সম্বন্ধে এটা আখ্যান চীনদেশত প্রচলিত আছে। চীঙছাই অন্তসত্বা হোৱাৰে পৰা যাতে তেওঁৰ পুত্র

সন্তান জন্মে সেই উদ্দেশ্যে তেওঁ নানা পূজা-পাতল কৰিছিল। এদিন চীওছাইয়ে এটা সপোন দেখিলে আৰু সেই সপোনত তেওঁক যেন এগৰাকী দিব্য পুৰুষে কৈ গ'ল যে এইবাৰ তেওঁৰ এটি সৰ্ব্বসুলক্ষণসম্পন্ন পুত্ৰ জন্মিব আৰু সেই পুত্ৰক সূনী গহ্বৰ খোৰোঙত জন্ম দিব লাগিব। এই সপোনৰ কথা যেতিয়া চীওছাই গিৰিয়েকক কলে তেতিয়া শ্বহুলিয়াঙে এই দৈববাণীৰ মৰ্ম্ম বুজি পালে আৰু প্ৰসবৰ সময়ত তেওঁ ঘৈণীয়েক চীওছাইক সুনী গুহা নামৰ গুহা এটাত থৈ আহিল গৈ। যথাসময়ত চীওছাইৰ সেই গুহাটোত এটি দীপলিপ পুত্ৰ সন্তানৰ জন্ম হ'ল আৰু সন্তান ভূমিষ্ঠ হোৱাৰ লগে লগে বিদ্যাধৰী অপ্সৰী সকলে আহি গুহাৰ সমুখত সেই নৱজাতকক সম্বৰ্দ্ধনা জনালে। গুহাটোৰ ভিতৰে বাহিৰে বিদ্যাধৰী সকলে সুগন্ধি দ্ৰব্য ছটিয়াই মলমলীয়া গোন্ধেৰে ওপচাই পেলালে আৰু নানা সুললিত সঙ্গীত গাবলৈ ধৰিলে। তেনে সময়তে এটা আকাশবাণীয়ে প্ৰসূতী চীওছাইক সম্বোধন কৰি ঘোষণা কৰিলে যে এই লৰাৰ পুণ্যজন্মত স্বৰ্গৰ দেৱতাসকল তুষ্ট হৈ এই সঙ্গীতেৰে নৱজাতকক অভ্যৰ্থনা জনাইছে। এই লৰাই দেশত ধৰ্ম্ম প্ৰতিষ্ঠা কৰিব আৰু মানৱক নতুন পথৰ সন্ধেদ দিব। সদ্যজাত শিশুটিক ধুৱাবলৈ পানীৰ যোগান ধৰি সেই গুহাৰ মাজৰ পৰাই এটা নিজৰা ওলাই আহিল আৰু লগে লগে যেন কোনোবাই কৈ উঠিল—এই লৰাই মৰুদেশত পৰিণত হোৱা ছাওদেশৰ কণ্টকবিহীন ৰজা হব।

এই আখ্যানৰ মূল্য যিয়েই নহওক লাগে, কনফুচিয়াছে যে চীনৰ জনসাধাৰণৰ মানত দেৱতাসদৃশ আছিল তাক সকলোৱে স্বীকাৰ কৰে।

*  *  *  *

কনফুচিয়াছৰ সৰুকালিত নাম আছিল চিউ। চিউৰ তিনি বছৰ পূৰ হবলৈ নৌপাওঁতেই পিতাক শু্হলিয়াঙহেইহ্‌ৰ মৃত্যু হয়।

শু্হলিয়াঙহেইহ্‌ ছাওদেশৰ শাসনকৰ্ত্তা আছিল যদিও তেওঁৰ নিজৰ আৰ্থিক অৱস্থা মুঠেই টনকিয়াল নাছিল। দেশৰ সেৱাই তেওঁৰ ব্ৰত আছিল আৰু দেশৰ উন্নতিৰ কাৰণেই একান্ত আত্মনিয়োগ কৰাৰ বাবে ব্যক্তিগত জীৱনৰ ধনসম্পদৰ কথা একো নাভাবিছিল। এতেকে শু্হলিয়াঙৰ মৃত্যুৰ পিচত তেওঁৰ ঘৈণীয়েক চীঙছাই বৰ আৰ্থিক দুৰৱস্থাত পৰে। তথাপি নানা কষ্টৰ মাজেদিও একমাত্ৰ লৰা চিউক ভাল শিক্ষা দিবলৈ ব্যৱস্থা কৰে। চিউ বৰ বুধিয়ক লৰা আছিল আৰু শিক্ষক সকলে অতি কম বয়সতে তেওঁৰ তীক্ষ্ণ বুদ্ধিবৃত্তিৰ পৰিচয় পাই বৰ প্ৰশংসা কৰিছিল। শিক্ষকসকলৰ মুখে নিজৰ পুতেকৰ প্ৰশংসা শুনি মাকৰ অন্তৰ আনন্দত নাচি উঠিছিল আৰু পুতেকৰ শিক্ষাৰ বাবে তেওঁ সকলো ত্যাগ স্বীকাৰ কৰিবলৈ মনস্থ কৰিছিল। অৰ্থকষ্ট বা আইন সুযোগৰ অভাৱত যাতে চিউৰ পঢ়াশুনাত কোনো ব্যাঘাত নজন্মে, তাৰ বাবে মাক

চীওছাই বৰ সতৰ্ক আছিল। মাকৰ উদগণি, শিক্ষকৰ মৰম আৰু সমাদৰ পাই চিউয়ে পঢ়াশুনাত অধিক মনযোগ দিছিল আৰু নিচেই কম বয়সতে বয়সৰ অনুপাতত জটিল পাঠ-বিলাককো সুন্দৰকৈ বুজি আয়ত্ব কৰিব পাৰিছিল। কুমলীয়া ছাত্র চিউৰ বিদ্যাবুদ্ধিত শিক্ষকসকল মোহিত হৈছিল। বয়স বাঢ়ি অহাৰ লগে লগে কুংবংশৰ মেধাবী ছাত্র চিউকুঙৰ যশস্যা গোটেই দেশত বিয়পি পৰিল আৰু তেওঁৰ লগত আলাপ-আলোচনা কৰিবলৈ আৰু তেওঁৰ বক্তব্য শুনিবলৈ নানাঠাইৰ পৰা মানুহ আহিবলৈ ধৰিলে। ছাত্র অবস্থাতে চিউকুঙে শিক্ষকতাও কৰিব লগা হৈছিল আৰু তেওঁতকৈ বয়সীয়াল আৰু সংসাৰৰ অভিজ্ঞতা থকা লোকসকলৰ লগত নানান সমস্যাৰ আলোচনা কৰোঁতে নিজৰ ওপৰত অটল বিশ্বাস জন্মিছিল। তেওঁৰ লগত আলোচনা কৰিব অহা লোকসকলৰ আন্তৰিক শ্ৰদ্ধা আৰু সম্মানে চিউকুঙক প্ৰেৰণা যোগাইছিল আৰু সমস্যাবহুল, অৰিয়াঅৰি-বিধ্বস্ত চীনক নতুন পথেৰে আগুৱাই নিবলৈ চিন্তান্বিত কৰি তুলিছিল।

চীনদেশত সেই সময়ত লৰা-ছোৱালীবিলাকৰ বিয়া-বাৰু কম বয়সতেই হৈছিল। ১৯ বছৰ বয়সত চিউকুঙে বিয়া কৰাই ছাত্ৰজীৱনৰ পৰা গাৰ্হস্থ্য জীৱনত সোমায়। চিউকুঙৰ পিতাক ঢুকুৱাৰ সময়ত তেওঁৰ বয়স মাত্র তিনি বছৰহে হৈছিল। বুজন হোৱাৰ লগে লগে আৰ্থিক অনাটনৰ হেঁচাত পৰি সংসাৰ চলাবলৈ চিউৱে পৰিশ্ৰম কৰিব লগীয়া হৈছিল। নানা কাম কাজ

কৰিও তেওঁৰ পঢ়াশুনাৰ প্ৰতি যথেষ্ট খাউতি ৰাখিব পাৰিছিল। ১৫ বছৰ বয়সত চিউৱে সন্ন্যাসী হবলৈ স্থিৰ কৰে বুলিও এটা প্ৰবাদ আছে।

বিয়া-বাক কৰাই সংসাৰী হলেও সংসাৰৰ লেঠাই চিউকুণ্ডক বৰ বান্ধ খুৱাব নোৱাৰিছিল। ছাত্ৰ অৱস্থাৰ দৰেই তেওঁ সদায় পঢ়াশুনা কৰি কটাইছিল। তেওঁৰ মনত এটা চিন্তাই বৰ দকৈ শিপাইছিল—সজশিক্ষা আৰু সজশাসন এই দুটাৰ সমন্বয় কেনেকৈ স্থায়ী কৰিব পাৰি। তেওঁৰ অন্তৰতো এনে এটা ভাবে উকি মাৰিছিল যে তেওঁ অকল শিক্ষিত হলেই নহৰ, তেওঁ সাধুশাসক হব লাগিব আৰু তেৱেঁই সুশিক্ষা আৰু সুশাসনৰ সমন্বয় ঘটাই জগতবাসীৰ আগত এটা মূৰ্ত্ত আদৰ্শ ডাঙি ধৰিব। এই সুযোগ তেওঁ সোনকালেই পালে।

বিয়াৰ কিছুদিন পিছতে চিউকুণ্ডে এটা চৰকাৰী পদ পায়। তেওঁ সেই প্ৰদেশৰ ৰজাৰ তলত ভৰাল ৰখীয়া বাব পায়। সেই সময়ৰ ভৰালীবাব আজিকালিৰ কোষাধ্যক্ষৰ দৰেই আছিল। নিচেই কম বয়স হলেও তেওঁ চৰকাৰী পদত সোমাই দক্ষতাৰে কাম কৰে আৰু সুচাৰু ৰূপে কাম কৰিব পৰাকৈ সংস্কাৰ কৰি লয়। তেওঁ প্ৰবৰ্ত্তন কৰা সংস্কাৰসমূহ ইমান সৰল আৰু প্ৰয়োজনীয় আছিল যে সিবিলাকৰ কাৰ্য্যকাৰিতাত তুষ্ট হৈ ছাও দেশৰ মন্ত্ৰীয়ে তেওঁক কৃষিদপ্তৰৰ মুখ্যবিষয়া পদলৈ উত্তীৰ্ণ কৰিলে। ৰাজকৰ্ম্মচাৰী হিচাবে চিউ আছিল কৰ্ত্তব্যপৰায়ণ, বিশ্বাসী আৰু অক্লান্ত কৰ্ম্মী। সমস্যাবহুল আৰু অতি দায়িত্ব-

শীল পদত নিযুক্ত হৈ চিউৰে অতি সুখ্যাতিৰে আৰু দক্ষতাৰে কাম চলালে আৰু আগৰ চলিথকা আসোঁৱাহবোৰ দূৰ কৰি ৰজা প্ৰজা সকলোকে তুষ্ট কৰি সকলোৰে সমাদৰ পালে। চিউকুঙৰ অন্তৰৰ বাসনা আছিল সুশিক্ষা আৰু সুশাসন দুয়োকো সমন্বয় কৰি জনগণৰ হিতসাধনত প্ৰয়োগ কৰা। এতেকে উচ্চ চৰকাৰী পদত অধিস্থিত হৈও তেওঁ শিক্ষালাভ আৰু শিক্ষা আহৰণৰ প্ৰতি যথেষ্ট সচেতন আছিল। চৰকাৰী বিষয়ৰ দায়িত্ব আৰু কৰ্ত্তব্য সুচাৰুৰূপে সম্পন্ন কৰিও আজৰি সময়ত তেওঁ কবিতা আৰু সঙ্গীত চৰ্চ্চা কৰিবলৈ লাগিল। কবিতা আৰু সঙ্গীতত তেওঁৰ মন ইমান আকৃষ্ট হৈছিল যে তেওঁ চৰকাৰী পদ ইস্তফা দি একান্তমনে ইয়াৰ সাধনা কৰিবলৈ পাণ্ডিছিল। কিন্তু তেনে সময়তে তেওঁৰ এটি পুত্ৰ জন্মে। মাক, পুতেক আৰু ঘৈণীয়েকৰ ভৰণ-পোষণৰ অন্য ব্যৱস্থা নথকাত তেওঁ চাকৰি কৰি থাকিব লগাতে পৰিল। কিন্তু তেওঁৰ মন ক্ৰমে অধ্যয়নৰ পিনেহে বেচি ঢাল খালে। নতুন নতুন বিষয় অধ্যয়ন কৰিবলৈ তেওঁৰ মনত প্ৰবল খাউতি জন্মিল। পদৰ দায়িত্ব আৰু মৰ্য্যাদা সুচাৰুৰূপে আৰু সম্পূৰ্ণ-ৰূপে পালন কৰিও আজৰি সময়ত ইতিহাস, কবিতা, সঙ্গীত আদি বিষয়বোৰ প্ৰণালীবদ্ধ ভাবে অধ্যয়ন কৰিবলৈ লাগিল। দিনে দিনে তেওঁৰ জ্ঞান বাঢ়িল আৰু গোটেই দেশতে তেওঁৰ বিদ্যা, বুদ্ধি, যশ, খ্যাতি প্ৰচাৰ হবলৈ ধৰিলে। তেওঁৰ ঘৰখন বিদ্যামন্দিৰ বা গভীৰ বিষয়ৰ আলোচনাকেন্দ্ৰ হৈ পৰিল।

প্ৰায় নিতৌ সন্ধিয়া নানা ঠাইৰ পৰা লৰা, ডেকা, বুঢ়া সকলোৱে নানা কথা আলোচনা কৰিবলৈ চিউকুঙৰ ঘৰলৈ আহিব ধৰিলে। ধৰ্ম্ম, অধৰ্ম্ম, কৰ্ত্তব্য, অকৰ্ত্তব্য, উচিত, গৰ্হিত আদি নানা বিষয়ৰ গভীৰ আলোচনা তেওঁৰ ঘৰত হবলৈ ধৰিলে আৰু চিউৱে এই সমস্যাবিলাকৰ যৌক্তিক সমাধান দি সকলোকে তুষ্ট কৰিব পাৰিছিল। এইদৰে ৰাজকৰ্ম্মচাৰী চিউকুঙ আজৰি সময়ত শিক্ষক হৈ পৰিল। জানিবলৈ একান্ত আগ্ৰহ থকা লোক-সকলক শিক্ষা দি কুঙে বৰ আনন্দ পাইছিল। তেওঁৰ ওচৰলৈ অহা মানুহবিলাকেও এই উচ্চপদস্থ ৰাজবিষয়াজনৰ পাণ্ডিত্য, সৰলতা, কৰ্ত্তব্যপৰায়ণতা, সাধুতা আৰু সহৃদয়তাত মুগ্ধ হৈ পৰিছিল। অতি জটিল আৰু তাত্ত্বিক সমস্যাবিলাকৰো সৰল আৰু প্ৰাঞ্জল ব্যাখ্যাত লোকসকল তন্ময় হৈ পৰিছিল। পাণ্ডিত্যৰ গভীৰতাত মুগ্ধ হৈ তেওঁৰ ওচৰলৈ অহা লোকসকলে চিউকুঙক কুঙ-ফুৎ-ছে বা ৰজা-দাৰ্শনিক বুলিবলৈ ধৰিলে আৰু লাহে লাহে তেওঁৰ সৰুকালিৰ নাম চিউকুঙ তল পৰি জগতত কুঙ-ফুৎ-ছে নামে জনাজাত হ'ল। ইংৰাজ সকলে কুঙ-ফুৎ-ছে শব্দটো কনফুচিয়াছ ৰূপে ব্যৱহাৰ কৰিলে আৰু লাহে লাহে গোটেই পৃথিবীতে কনফুচিয়াছ নামেই প্ৰখ্যাত হ'ল।

* * * *

কনফুচিয়াছৰ বয়স ২৩ বছৰ হওতেই তেওঁৰ মাক চীঙছাই ঢুকায়। চীনদেশৰ প্ৰচলিত ৰীতি-অনুসৰি মাক বা বাপেক

ঢুকালে পুতেকে ২৭ মাহ বা ৩ বছৰ কাল অশৌচ খাটিব লাগে। মাকৰ মৃত্যুত কনফুচিয়াছে চৰকাৰী চাকৰিৰ পৰা অবসৰ ললে আৰু তিনি বছৰ কাল ৰীতিমতে অশৌচ খাটিব ধৰিলে। অশৌচ খাটি থকা সময়ছোৱাত কনফুচিয়াছে ইতিহাস, কবিতা আৰু দৰ্শনৰ অধ্যয়নত বিশেষ মনোযোগ দিলে আৰু তিনি বছৰৰ ভিতৰতে দেশৰ ইতিহাস আৰু দৰ্শন আয়ত্ব কৰে। মাকৰ অশৌচৰ কাল তিনি বছৰ পাৰ হৈ যোৱাতো কনফুচিয়াছে পুনৰ ৰজাঘৰীয়া চাকৰিত যোগ নিদিলে। পঢ়াশুনাই তেওঁৰ মন বেচি আকৃষ্ট কৰিলে আৰু চাকৰি কৰিবলৈ মুঠেই ভাল নলগা হ'ল। জীবিকা নিৰ্ব্বাহৰ বাবে তেওঁ আনুষ্ঠানিক ভাবে অধ্যাপনা কৰিবলৈ আৰম্ভ কৰিলে। চাকৰি কৰি থকা কালতো কনফুচিয়াছে শিক্ষকতা কৰিছিল, কিন্তু তেতিয়া তেওঁ সম্পূৰ্ণ অবৈতনিক ভাবে মানুহক জ্ঞান দিছিল। পিছত চাকৰি এৰি দি শিক্ষকতাকে জীবিকা নিৰ্ব্বাহৰ বাবে উপাৰ্জ্জনৰ পথ হিচাবে গ্ৰহণ কৰিলে। মানুহক শিক্ষা দি আৰু নানা সমস্যাৰ আলোচনা কৰি কনফুচিয়াছে অপৰিসীম আনন্দ পাইছিল। এতেকে ৰাজপদ এৰি দি মনৰ অভিৰুচি মতে শিক্ষকতাকে সাৰটি ললে। নিজৰ ঠাইতে তেওঁ এখন বিদ্যালয় স্থাপন কৰিলে আৰু তাত সজ-আচৰণৰ নীতি, নৈতিকতা, আৰু শাসন-নীতি সম্পৰ্কীয় শিক্ষা দিবলৈ ধৰিলে।

তেওঁৰ ছাত্ৰসকলৰ বেছি ভাগেই ডেকা লৰা আছিল। অৱস্থাবান মানুহৰ লৰা ছাত্ৰ হবলৈ আহিলে তেওঁ সিহঁতৰ পৰা

মাছুল লৈছিল। কিন্তু দুখীয়া ছাত্রৰ পৰা একো নলৈছিল আৰু দাৰিদ্র্যৰ কাৰণে মাছুল দিব নোৱাৰা বাবে কোনো ছাত্রই কনফুচিয়াছৰ বিদ্যালয়ৰ পৰা বিমুখ হৈ আহিব নালাগিছিল। তেওঁ ছাত্রসকলৰ আগ্রহ আৰু গ্রাহিকা শক্তিৰহে পৰীক্ষা কৰিছিল। শিকিবলৈ আগ্রহ নথকা অথচ আভিজাত্য আৰু শিক্ষাভিমান প্রদর্শন কৰিব খোজা আঢ্যবন্ত লোকৰ লৰাক তেওঁৰ বিদ্যালয়ত স্থান নিদিছিল। ছাত্রসকলক শিক্ষা দিওঁতে তেওঁ বিষয়টোৰ অৱতাৰণা কৰি এটা দিশহে কৈ দিছিল আৰু বাকী তিনিভাগ ছাত্রই নিজৰ সৃজনী আৰু উদ্‌ভাবিকা শক্তিৰে পূৰাই পাঠ আয়ত্ব কৰিব লাগিছিল। ছাত্রই নিজে একো চিন্তা কৰিব নলগাকৈ গোটেই পাঠটো খৰচি মাৰি তেওঁ পঢ়ুৱাই নিদিছিল। শিক্ষকে কি কলে বা কি ঈংগিত দিলে ছাত্রই গভীৰ ভাবে চিন্তা কৰি তাৰ তাৎপর্য্য বুজিব লাগিছিল। কনফুচিয়াছে কৈছিল, "কোনো এটা বিষয় পঢ়াওঁতে মই এটা কোণ উপস্থাপিত কৰোঁতে যদি ছাত্রজনে নিজে তাৰ বাকী তিনি কোণ শিকিব নোৱাৰে তেতিয়া হলে মই সেই পাঠ পুনৰ নিশিকাওঁ।"

শিক্ষক হিচাবে কনফুচিয়াছৰ নাম যশ গোটেই দেশতে বিয়পি পৰিল। লু প্রদেশ আৰু তাৰ বাহিৰৰ পৰাও দলে দলে ছাত্র আহি কনফুচিয়াছৰ বিদ্যালয় উপচি পৰিল। দিনে দিনে ছাত্রসংখ্যা বাঢ়িবলৈ ধৰিলে আৰু যেতিয়া তেওঁৰ বয়স মাত্র ৩৪ বছৰ তেতিয়া তেওঁৰ তলত অধ্যয়ন কৰিবলৈ অহা

ছাত্ৰৰ সংখ্যা তিনি হাজাৰতকৈও অধিক হৈছিল বুলি কথিত আছে। শিক্ষক হিচাবেই যে কনফুচিয়াছৰ নাম দেশত ফাটি ফুটি গৈছিল এনে নহয়। চৰকাৰী বিষয়া হিচাবেও তেওঁৰ যশস্যা জনাজাত হৈছিল। সংস্কাৰক হিচাবে তেওঁ যথেষ্ট খ্যাতি অৰ্জ্জন কৰিছিল আৰু পুৰণিকলীয়া দূষিত ৰীতি-নীতি সাহসিকতাৰে বিলোপ কৰি নতুন কাৰ্য্যকৰী প্ৰথা প্ৰবৰ্ত্তন কৰিছিল। পণ্ডিত হিচাবে কনফুচিয়াছৰ সম্মান অধিক আছিল। ত্ৰিশ বছৰ বয়সতেই তেওঁ ইতিহাস আৰু দৰ্শন সম্পূৰ্ণৰূপে আয়ত্ত কৰিছিল আৰু অতীতৰ সকলো শাস্ত্ৰ মন্থন কৰি ৰাজনীতি, শাসননীতি আৰু নৈতিকতা সম্বন্ধে সুচিন্তিত মত অবিচলিত ভাবে পোষণ কৰিছিল আৰু দৃঢ়তাৰে প্ৰচাৰ কৰিছিল। কনফুচিয়াছে নিজকে বাৰ্ত্তাবহ বুলি অভিহিত কৰিছিল আৰু কৈছিল যে তেওঁ নতুন কথা একো নাজানে আৰু শিকোৱা নাই। তেওঁ মাত্ৰ শাস্ত্ৰত থকা, ইতিহাসত থকা কথাবোৰহে মানুহক শিকাইছে। নিজৰ বিষয়ে তেওঁ যিহকে নকওক, দাৰ্শনিক, অধ্যাপক, সংস্কাৰক আৰু সুদক্ষ শাসক হিচাবে কনফুচিয়াছ গোটেই দেশতে জনাজাত হৈছিল।

লু প্ৰদেশৰ প্ৰধানমন্ত্ৰীজনে মৃত্যুশয্যাত পৰি থাকি এদিন পুতেকক ওচৰলৈ মাতি নি কৈছিল, "এই দেশত কনফুচিয়াছৰ সমান জ্ঞানী আৰু পণ্ডিত দ্বিতীয় নাই। মই ডেকা কালত পঢ়াশুনা বেচি নকৰিলো আৰু তাৰ বাবে গোটেই জীৱনত অনুতাপ কৰিছো। মোৰ ইচ্ছা তই যেন মোৰ দৰে মূৰ্খ

হৈ নাথাক। তই যেনে তেনে কনফুচিয়াছৰ বিত্তালয়ত তেওঁৰ তলত পঢ়িবি। তই মোৰ এই কথা ৰাখিবি আৰু মোক শান্তিত মৰিব দে।" পুতেকে তেওঁৰ ইচ্ছামতে কাম কৰিব বুলি প্ৰতিশ্ৰুতি দিলে। বুঢ়ামন্ত্ৰীৰ মৃত্যুৰ পিচত খৃঃ পূঃ ৫১৭ চনত মন্ত্ৰীৰ পুতেক আৰু ৰাজকুমাৰ কনফুচিয়াছৰ ওচৰলৈ গ'ল আৰু শিক্ষা আৰম্ভ কৰিলে। এই দুজন ছাত্ৰৰ লগত কনফুচিয়াছৰ বিশেষ বন্ধুত্ব গঢ়ি উঠিল। এই বন্ধুত্বই কনফুচিয়াছৰ নাম যশ আৰু বহুত দূৰলৈ বিয়পালে আৰু তেওঁৰ জীৱনত এটা ডাঙৰ পৰিবৰ্ত্তনৰ সূচনা কৰিলে। ৰাজকুমাৰৰ লগত কনফুচিয়াছ ৰাজধানী চাবলৈ গ'ল আৰু তাতে সাম্ৰাজ্যিক পুথি ভঁৰালত ইতিহাসৰ গৱেষণাত লাগি গ'ল। ইতিহাস অধ্যয়নৰ উপৰিও তাত তেওঁ সঙ্গীত চৰ্চ্চাত মনপুতি লাগিল। সম্ৰাটৰ ৰাজসভাত থকা সঙ্গীতজ্ঞসকলৰ পৰা তেওঁ বিশেষ সহায় আৰু সহানুভূতি পাইছিল। সঙ্গীতৰ প্ৰতি তেওঁৰ গভীৰ অনুৰাগ আছিল। সঙ্গীতে তেওঁক ভোক পিয়াহো পাহৰাইছিল। তেওঁ যে অকল সঙ্গীতৰ ৰাগ তাল আদিৰ সাধনাই কৰিছিল এনে নহয়, সঙ্গীতে তেওঁৰ শিক্ষকতা জীৱনত গভীৰ প্ৰভাৱ বিস্তাৰ কৰিছিল। তেওঁ বিশ্বাস কৰিছিল যে মানুহৰ জীৱনৰ সমতা ৰক্ষা কৰিবলৈ সঙ্গীতৰ নিতান্ত প্ৰয়োজন আৰু সেইকাৰণেই তেওঁ শাসননীতিৰ শিক্ষাত সঙ্গীতক এটা অপৰিহাৰ্য্য অঙ্গ হিচাবে পৰিগণিত কৰিছিল।

ৰাজধানীত থকা কালছোৱাতেই কনফুচিয়াছ সেই সময়ৰ

বিখ্যাত লোকসকলৰ সান্নিধ্যত আৰু সংস্পৰ্শত আহে আৰু তেওঁলোকৰ লগত কৰা আলাপ আলোচনাৰ পৰা তেওঁ বিশেষ উপকৃত হয়। সেই সময়তে তেওঁ বিখ্যাত দাৰ্শনিক লাওৎছেৰ সংস্পৰ্শত আহে। লাওৎছে কনফুচিয়াছতকৈ বয়সত ভালে-খিনি ডাঙৰ আছিল। লাওৎছে তাওবাদ আৰু তাওধৰ্ম্মৰ প্ৰবৰ্ত্তক। কনফুচিয়াছৰ মতবাদ তাওবাদৰ বিৰোধী আছিল যদিও লাওৎছেৰ প্ৰাধান্য তেওঁতকৈ বেচি আছিল। চীন-দেশত প্ৰচলিত তিনিটা ধৰ্ম্মৰ ভিতৰত তাও মতাবলম্বী সকলৰ সংখ্যাই অধিক আৰু এতিয়াও কেইবা কোটি মানুহ তাওবাদৰ সেৱক।

কনফুচিয়াছে লাওৎছেৰ কথা শুনিছিল আৰু সেই সময়ত মানুহৰ মুখে মুখে মহান দাৰ্শনিক লাওৎছেৰ গুণ-গৰিমা কীৰ্ত্তন হৈছিল। লাওৎছে লো-ইয়াং নামে চহৰত বাস কৰিছিল আৰু তাত থকা সাম্ৰাজ্যিক পুথিভঁৰালৰ অধ্যক্ষ আছিল। লাওৎছেৰ শিক্ষা আৰু মতবাদ কনফুচিয়াছৰ বৰ আচহুৱা আৰু বিসঙ্গতিপূৰ্ণ যেন লাগিছিল। চীনদেশৰ সঙ্গীত সম্বন্ধে হাতেলিখা পুথিবিলাক অধ্যয়ন কৰিবলৈ কনফুচিয়াছ সেই সাম্ৰাজ্যিক পুথিভঁৰাললৈ যায় আৰু তাতে লাওৎছেৰ দৰ্শন পায়।

এদিন কনফুচিয়াছে লাওৎছেক দেখা কৰিবৰ মনেৰে তেওঁৰ তালৈ যায় আৰু তেওঁ অহা খবৰটো লাওছেৎক জনাবলৈ নওৰা এজনক কৈ তেওঁ এখন কঠ মেলি লৈ গাঁচিপাতৰ

নিচিনাকৈ তৈয়াৰ কৰা বাহৰ পাতল কলীয়া কামিৰ ওপৰত লিখা পুথি এখন মেলি লৈ পঢ়িবলৈ বহিল। কনফুচিয়াছে এইদৰে পঢ়ি থাকোঁতে সেই কোঠালৈ কোনোবা এজন অহা যেন গম পাই মুৰটো ডাঙি চালে আৰু টপামুৰা, দীঘল ভৰিয়া বুঢ়া এজনক সোমাই অহা দেখিলে। কনফুচিয়াছ তৎক্ষণাৎ বহাৰ পৰা উঠি বুঢ়াক প্ৰণাম জনালে। বুঢ়াটোৱে কনফুচিয়াছক কি পঢ়িছে শুধিলে। কনফুচিয়াছে ভালকৈ বুজি পালে যে বুঢ়াজন লাওৎছেৰ বাহিৰে অইন কোনো নহয় আৰু সসম্ভ্ৰমে উত্তৰ দিলে, "মহাশয়, এইখন পৰিবৰ্ত্তন বিধি। শুনিছো এইখন বোলে আগৰদিনৰ ঋষি সকলে পঢ়িছিল।" লাওৎছেই শুধিলে, "কিহৰ বাবে এইখন পঢ়িছা ?" কনফুচিয়াছে উত্তৰ দিলে, "এইখনে মানুহক মনুষ্যত্ব আৰু ন্যায়পৰায়ণতা শিকায়।"

লাওৎছে হঠাৎ অধৈৰ্য্য হৈ উঠিল আৰু কৰলৈ ধৰিলে, "মনুষ্যত্ব আৰু ন্যায়পৰায়ণতা! পাৰ চৰাই বগা হবলৈ ওৰে দিনটো গা ধুই থাকে নেকি ? নাথাকে। ই স্বাভাবিকতে বগা। মানুহবো সেয়েই। যদি মানুহ অন্তৰত সৎ আৰু ন্যায়বান হয় তুমি সিহঁতক ন্যায়পৰায়ণতা শিকোৱাৰ কোনো প্ৰয়োজন নাই।" এইদৰে দুয়োজন দাৰ্শনিকৰ মাজত নানা কথাৰ আলোচনা চলিল। বেচি ভাগ কথা লাওৎছেই কৈ গৈছিল আৰু মাজে সময়ে কনফুচিয়াছক দুই এটা প্ৰশ্ন কৰিছিল আৰু কনফুচিয়াছেও নম্ৰভাবে উত্তৰ দিছিল।

লাওৎছে এবাৰ সুধিলে, "তুমি পুৰণি কথাবোৰ কিয় ইমান

পঢ়িছা? সেইবোৰত কি পাইছা আৰু সেইবোৰ কি কামত আহিব?"

কনফুচিয়াছে উত্তৰ দিলে—"মই বিশ্বাস কৰো যে মানুহ জন্মোতে সৎ হৈয়েই জন্মে আৰু শিক্ষা আৰু অধ্যয়নে মানুহক সৎ কৰি ৰাখে। কিন্তু আমি নতুন জ্ঞান আহৰণ কৰাৰ আগতে প্ৰথমে আমি পুৰণি খিনি জনা উচিত। সেই কাৰণেই মই ভাবো আমাৰ পূৰ্ব্বপুৰুষ সকলে দি যোৱা জ্ঞানৰাশি অতি সাৱধানে অধ্যয়ন কৰিব লাগে।"

এই কথাখিনি শুনি লাওৎছেৰ ভীষণ খং উঠিল আৰু কৰলৈ ধৰিলে, "তুমি যিবোৰ মানুহৰ কথা কৈছা সেই মানুহ-বোৰৰ হাড় কবৰত গমি গৈছে। বৰ দম্ভ নকৰিবা আৰু জগতক ন্যায়পৰায়ণতা শিকোৱাৰ বৰ বৰ পৰিকল্পনা এৰি পেলোৱা। এই ভাব-বিলাসে কোনো কাম সাধিব নোৱাৰে। মোৰ কব লগা এয়েই আৰু এয়েই সকলো।" ইয়াকে কৈ তেওঁ গুচি গ'ল।

কনফুচিয়াছক পিচত বন্ধুবান্ধৱ সকলে লাওৎছেৰ লগত সাক্ষাৎ কৰি কেনে পালে সুধিছিল। কনফুচিয়াছে অলপ সময় ভাবি থাকি উত্তৰ দিছিল যে লাওৎছে অসাধাৰণ আৰু তেওঁৰ মতো অসাধাৰণ। কনফুচিয়াছ আৰু লাওৎছেৰ মাজত কোনো মিল নাছিল। লাওৎছে আছিল আদৰ্শবাদী, অতীন্দ্ৰিয়বাদী আৰু কল্পনা-প্ৰৱণ। কনফুচিয়াছ আছিল বাস্তৱবাদী, সাংসাৰিক আৰু জাগতিক ধৰ্মী। ৰাজধানীত থকা

কালছোৱাত কনফুচিয়াছে নানা বিষয়ে জ্ঞান আহৰণ কৰিবলৈ সুযোগ পাইছিল আৰু জীৱনৰ বাকী কালছোৱাত তাৰ প্ৰভাৱ ভালকৈ পৰিলক্ষিত হৈছিল।

ইতিমধ্যে লু প্ৰদেশত গৃহ-কন্দল লাগি প্ৰায় বিপ্লৱত পৰিণত হয় আৰু বিপ্লৱৰ দুৰ্যোগৰ হাত সাৰিবলৈ ৰাজকুমাৰে কনফুচিয়াছক লগত লৈ ছি নামেৰে আন এখন ৰাজ্যলৈ গুচি যায়। কনফুচিয়াছে ঘৰ এৰি এইদৰে বিদেশত থাকি ভাল পোৱা নাছিল। যুদ্ধ শেষ হৈ দেশত শান্তি স্থাপন হোৱাৰ লগে লগে কনফুচিয়াছ পুনৰ নিজ ঠাইলৈ উভতি আহি শিক্ষকতা আৰু অধ্যয়ন কৰিবলৈ লাগিল।

কনফুচিয়াছৰ এটি পুতেক আৰু দুজনী জীয়েক আছিল। পুতেকৰ নাম লে আছিল। লে কিন্তু সুযোগ্য পিতাকৰ অযোগ্য সন্তান আছিল। পঢ়াশুনাত লেৰ মুঠেই ধাউতি নাছিল আৰু প্ৰায়েই বাপেকক এৰাই আঁতৰে আঁতৰে ফুৰিছিল। এদিন কনফুচিয়াছে অকলে তেওঁৰ পঢ়াশালাত বহি পঢ়ি আছিল। এনে সময়ত লে কিবা বিচাৰি গৈ তাত উপস্থিত হ'ল। বাপেকক দেখি লে অপ্ৰস্তুত হৈ উভতি আহিব ধৰোতেই কনফুচিয়াছে সুধিলে, "তই কবিতা পঢ়িছনে?" লেই চুচুক-চামাককৈ নাই পঢ়া বুলি উত্তৰ দিলে। তেতিয়া কনফুচিয়াছে বৰ বেজাৰ মনেৰে গহীন ভাবে কবলৈ ধৰিলে যে কবিতা নপঢ়া মানুহ দেৱালৰ ফালে মুখ কৰি থিয় হৈ থকা মানুহৰ নিচিনা। দেৱালৰ নিচেই ওচৰত থিয় হৈ দেৱালৰ

কালে মুখ কৰি থকা মানুহে জগতৰ সৌন্দৰ্য্যৰাশিৰ কিবা সন্ধেদ পাব পাৰেনে ? ইয়াকে-কৈ কনফুচিয়াছে পুতেকৰ পিনৰ পৰা মুখ ঘূৰালে আৰু নিজৰ কামত লাগিল। পুতেকৰ অধ্যয়ন বিমুখতাই কনফুচিয়াছক বৰ নিৰাশ কৰিছিল। পুতেকৰ ওপৰত নিৰাশ হলেও তেওঁক বেৰি থকা বহুত ডেকা ছাত্ৰৰ ওপৰত সিহঁতৰ উজ্জ্বল ভবিষ্যতৰ ভৰষা কৰিব পাৰিছিল। বহুত মেধাবী ছাত্ৰই তেওঁৰ শিষ্যত্ব গ্ৰহণ কৰি অনবৰত তেওঁৰ লগে লগে ফুৰিছিল আৰু এই শিষ্যবোৰৰ আনুগত্য, আগ্ৰহ আৰু কৰ্ত্তব্যপৰায়ণতাই তেওঁক বিমল আনন্দ দিছিল।

এইদৰে শিক্ষকতা কৰি কনফুচিয়াছে ৫২ বছৰ বয়সত ভৰি দিলে। এজাক অনুগত, গুণমুগ্ধ আৰু বিদ্যানুৰাগী ছাত্ৰৰ দ্বাৰা পৰিবেষ্টিত হৈ কনফুচিয়াছে ধৰ্ম্ম, ৰাজনীতি, নৈতিকতা আদি বিষয়ে তেওঁৰ সুচিন্তিত মতবাদ প্ৰচাৰ কৰিবলৈ ধৰিলে। বিদ্যালয়ৰ পৰা ওলাই যোৱা ছাত্ৰসকলে কনফুচিয়াছৰ শিক্ষা আৰু মতবাদ বহন কৰি দেশৰ চাৰিওফালে প্ৰচাৰ কৰিলে। এদিন চুঙ্‌টু নগৰৰ এদল মানুহ কনফুচিয়াছৰ ওচৰলৈ আহি অতি বিনীত ভাবে নিবেদন কৰিলে—"আপোনাৰ জ্ঞান, বিদ্যা বুদ্ধি শুনি আমি মোহিত হৈছোঁ। সম্প্ৰতি আমি এটা অনুৰোধ লৈ আপোনাৰ ওচৰ চাপিছোঁ। আমাক যেন বিমুখ নকৰে। আপুনি আমাৰ নগৰ খনৰ প্ৰধান বিচাৰকৰ কাৰ্য্যভাৰ গ্ৰহণ কৰিব লাগে।" নগৰৰ প্ৰধান বিচাৰকৰ পদ সেইসময়ত অতি মৰ্য্যাদাসম্পন্ন আছিল। এই বিচাৰকজনেই দেশৰ

বিচাৰসম্পৰ্কীয় সকলো ক্ষেত্ৰতে সৰ্ব্বেসৰ্ব্বা আছিল। শাসক-সকলো এই বিচাৰকৰ তলতীয়া আছিল।

কনফুচিয়াছে কিছুসময় ভাবি থাকি অবশেষত এই নাগৰিকসকলৰ প্ৰস্তাৱত সম্মতি প্ৰদান কৰিলে। শিক্ষক কনফুচিয়াছ চুণ্ডটু নগৰৰ বিচাৰক-শাসনকৰ্ত্তা হ'ল। কনফুচিয়াছে সপোন দিঠকত পৰিণত কৰিবলৈ সুযোগ পালে। সুশিক্ষা আৰু সুশাসন একত্ৰিত কৰি জনমানবৰ সেৱাৰ উচ্চ আদৰ্শ সমগ্ৰ চীনত ভাঙি ধৰিবলৈ আৰু তাৰ মাজেদি যুদ্ধ-বাগৰত বিধ্বস্ত হৈ আদৰ্শভ্ৰষ্ট চীনক পুনৰ উদ্ধাৰ কৰিবলৈ তেওঁৰ অন্তৰত এটা অদম্য হাবিলাস আছিল। তেওঁৰ বিদ্যালয়ত শিক্ষালাভ কৰিব যোৱা ছাত্ৰসকলকো এনে শিক্ষাই দিছিল যাতে শাসনকাৰ্য্যত অংশ গ্ৰহণ কৰিব লগা হলে তেওঁলোক আদৰ্শ শাসক বা আদৰ্শ ৰাজবিষয়া হব পাৰে।

* * *

কনফুচিয়াছে বিচাৰকৰ আৰু শাসনৰ ভাৰ লোৱাৰ এবছৰ পাৰ নৌহওঁতেই চুণ্ডটু নগৰ লু প্ৰদেশত প্ৰখ্যাত হৈ উঠিল। চুণ্ডটু নগৰৰ প্ৰজাসকলে কনফুচিয়াছৰ শাসনত অতি সন্তুষ্ট হ'ল আৰু চুণ্ডটু নগৰৰ প্ৰজাসকলক আন ৰাজ্যৰ মানুহে ঈৰ্ষা কৰিব ধৰিলে। মানুহৰ মুখে মুখে চুণ্ডটু নগৰৰ শান্তি আৰু প্ৰগতিৰ কথা প্ৰচাৰ হব ধৰিলে। মানুহে কোৱাকুই কৰিব ধৰিলে যে কনফুচিয়াছ যেতিয়া চুণ্ডটু নগৰৰ মেজিষ্ট্ৰেট্ হৈছে, চুণ্ডটু নগৰৰ

প্ৰজাতকৈ সুখী আৰু ৰাজভক্ত লোক বিচাৰি পোৱা টান হ'ব। সচাকৈয়ে চুণ্ডটু নগৰৰ মানুহসকলৰ জীৱনত বিৰাট পৰিবৰ্ত্তন ঘটিল। তাৰ মানুহে সুশাসন আৰু বোলে তাৰ সোৱাদ পালে আৰু আগ্ৰহেৰে ৰাজকাৰ্য্যত আৰু সমূহীয়া উন্নতিমূলক কামত সহযোগ কৰি দেশৰ আৰু নিজৰ উন্নতি সাধনত সৰ্ব্বতোভাবে ব্ৰতী হ'ল। "শঠ প্ৰবঞ্চনাই মুখ লুকালে। আনুগত্য আৰু বিশ্বাস মানুহৰ চৰিত্ৰত পৰিণত হ'ল। সতীত্ব আৰু নম্ৰতা তিৰোতাৰ ভূষণ হ'ল। কনফুচিয়াছক সকলোৱে দেৱতা যেন দেখিব ধৰিলে আৰু মুখে মুখে তেওঁৰ যশগান ধ্বনিত হ'ল।"

লু প্ৰদেশৰ মানুহবিলাক চুণ্ডটু নগৰৰ যশ, গৌৰৱ আৰু সমৃদ্ধিত ঈৰ্ষান্বিত হৈ পৰিল আৰু নিজৰ নিৰাপত্তা ৰক্ষাৰ মিছা আশঙ্কাত সিহঁতে উৎকণ্ঠা প্ৰকাশ কৰিবলৈ ধৰিলে। লু প্ৰদেশৰ ডিউকে এই সকলোবোৰৰ সম্ভেদ পাই কনফুচিয়াছৰ দৰ্শন প্ৰাৰ্থনা কৰি তেওঁক মতাই আনিবলৈ মানুহ পঠালে। ডিউকৰ কাতৰ প্ৰাৰ্থনা ৰক্ষা কৰি কনফুচিয়াছ লু'লৈ গ'ল। ডিউকে অতি আদৰ সাদৰ কৰি ৰাখি কনফুচিয়াছক সুধিলে, "কনফুচিয়াছ, আপুনি চুণ্ডটু নগৰৰ প্ৰধান বিচাৰকৰ ভাৰ লোৱাৰ পৰা চুণ্ডটু নগৰৰ শাসন প্ৰণালীত বহুত উন্নত ধৰণৰ সংস্কাৰ প্ৰবৰ্ত্তন কৰিছে বুলি শুনিব পাৰিছো।" "আপুনি শুনা কথা মিছা নহয়, ডিউক" কনফুচিয়াছে উত্তৰ দিলে। ডিউকে আকৌ সুধিলে, "মানুহে কোৱা শুনিছো যে আপুনি প্ৰধান বিচাৰপতি হোৱাৰ পৰা চুণ্ডটু নগৰৰ মানুহবিলাক বেচ

সুখী আৰু বৰ ৰাজভক্ত হৈছে। ইমান কম সময়তে আপুনি এনে মহান পৰিবৰ্ত্তন কেনেকৈ ঘটাব পাৰিলে ?”

কনফুচিয়াছে লাহেকৈ উত্তৰ দিলে—“যিবোৰ মানুহ সৎ মই তেওঁলোকক পুৰস্কাৰ দিওঁ আৰু যিবোৰ অসৎ আৰু ধূৰ্ত্ত সিহঁতক শাস্তি দিওঁ। মানুহবিলাকে ভালকৈ হৃদয়ঙ্গম কৰিব পাৰিছে যে ভাল হোৱা ভাল আৰু বেয়া হোৱা বেয়া। এই সত্য উপলব্ধি কৰি মানুহবিলাকে ভাল হবলৈ অহোপুৰুষাৰ্থ কৰিব ধৰিছে। ভাল মানুহ সামাজিক আচৰণতো সজ হয় আৰু শাসকসকলৰ প্ৰতিও অনুৰক্ত হয়। গতিকে মানুহ ৰাজভক্ত বা ৰাজকৰ্ম্মচাৰীৰ অনুগত হৈ পৰে।” ডিউক— “মানুহবোৰক আপুনি কেনেকৈ সুখী কৰিব পাৰিলে ?” কনফুচিয়াছ—“মই প্ৰথমতে প্ৰকৃত জ্ঞানী আৰু সাধু লোকক শিক্ষক হবলৈ বাচি লওঁ আৰু এই জ্ঞানী, পণ্ডিত, বিবেচক আৰু সাধু শিক্ষক সকলকে শিক্ষকতা কৰিবলৈ দিওঁ। শিক্ষকসকলে যাতে শিক্ষা দিওঁতে ছাত্ৰসকলক নিজৰ সন্তান জ্ঞান কৰি শিক্ষা দিব পাৰে তাৰ বাবে ব্যৱস্থা কৰো আৰু শিক্ষক সকলকো এই বিষয়ে সচেতন কৰি দিওঁ। ইয়াৰ দ্বাৰা মানুহৰ শিক্ষা-বিমুখতা উপজিবলৈ সুবিধা নাপায়। সকলো মানুহৰ বুদ্ধি বৃত্তি সমান নহয় আৰু সেই কাৰণে একে পাঠ সকলো ছাত্ৰই সমানে বুজি নাপাবও পাৰে; কিন্তু যদিও সকলোকে সমানে বুজাব নোৱাৰি সকলোকে সমানে অনুসৰণ কৰাত প্ৰবৃত্ত কৰাব পাৰি। যেতিয়া মানুহে সাধু প্ৰকৃতিৰ

জ্ঞানীলোক সকলক অনুসৰণ কৰি সংসাৰত চলে তেতিয়া মানুহ সুখী হয়। মহাজন. সকলৰ পথ অনুসৰণ কৰি সৰ্ব্বসাধাৰণে ঈপ্সিত বস্তু পায় আৰু সেই পথত চলিয়েই সুখ পায়। চুণ্ডটু নগৰৰ মানুহবিলাকে এই সত্য মানি সুখী হবলৈ চেষ্টা কৰিছে।”

ডিউক—“আপুনি সৰু নগৰ এখনত বিচাৰপতি হৈ এনে-ধৰণৰ শাসন প্ৰণালী চলাব পাৰিছে। সেই একে পদ্ধতিৰে আপুনি প্ৰদেশ এখন শাসন সংস্কাৰ কৰিব পাৰিবনে ?”

—“প্ৰদেশ কিয় ? সমগ্ৰ সাম্ৰাজ্যতে নিশ্চয় পৰা হব।” কনফুচিয়াছে ডিউকৰ প্ৰশ্নৰ সগৌৰৱে আৰু সগৰ্ব্বে উত্তৰ দিলে।

কনফুচিয়াছৰ উত্তৰ শুনি ডিউক বৰ সন্তুষ্ট হ’ল আৰু সমগ্ৰ লু প্ৰদেশৰ দণ্ডবিধান দপ্তৰৰ মন্ত্ৰী হবলৈ কনফুচিয়াছক অনুৰোধ জনালে। কনফুচিয়াছে তেওঁৰ কৰ্ম্মক্ষেত্ৰ আৰু বেচি প্ৰসাৰিত হব ভাবি এই পদ গ্ৰহণ কৰিলে।

কনফুচিয়াছে আইন বিভাগৰ মন্ত্ৰীত্ব পদ গ্ৰহণ কৰিয়েই লু প্ৰদেশৰ আটাইবোৰ কাৰাগাৰ পৰীক্ষা কৰিব ধৰিলে আৰু এই কাৰাগাৰবিলাকত আটক হৈ থকা কয়দীবিলাকৰ শিক্ষা, অৱস্থা, আচাৰ, ৰীতি নীতি, সমাজৰ স্থান আদি সম্পৰ্কে তথ্য-পাতি যোগাৰ কৰিবলৈ অধ্যয়ন কৰিব ধৰিলে।

ভালেমান দিন এইদৰে কাৰাগাৰ বিলাক নিৰীক্ষণ কৰি তথ্য-পাতি সংগ্ৰহ কৰি লৈ সমগ্ৰ প্ৰদেশৰে বিচাৰক, উকীল, কয়দীৰক্ষক সকলক আমন্ত্ৰণ কৰি এখন সভা পাতিলে। সেই

সভাত কনফুচিয়াছে সংগ্ৰহ কৰা তথ্য-পাতি বিলাক বিশ্লেষণ কৰি কয়দীবিলাকৰ মানসিক আৰু সামাজিক অৱস্থাৰ এটা প্ৰাঞ্জল চিত্ৰ ডাঙি ধৰিলে। তেওঁ বিষয়াবিলাকক সম্বোধন কৰি কবলৈ ধৰিলে "মই আমাৰ দেশৰ কাৰাগাৰবিলাক ভালকৈ পৰীক্ষা কৰি চালো। কয়দীবিলাকক পৰীক্ষা কৰি মই এই সত্যত উপনীত হৈছো যে আমাৰ দেশৰ কাৰাগাৰ বিলাকত আটক হৈ থকা কয়দীবিলাকৰ প্ৰায় আটাইবোৰেই অতি দুখীয়া বা অতি দুখীয়া মানুহৰ সন্তান। সিহঁতৰ প্ৰায় আটাইবোৰেই অজ্ঞ আৰু অশিক্ষিত নাইবা অজ্ঞ আৰু অশিক্ষিত মানুহৰ সন্তান। মোৰ মনত এইটোৱেই ধাৰণা হৈছে যে আৰ্থিক দুৰবস্থা, অজ্ঞতা আৰু শিক্ষাৰ অভাবেই মানুহৰ কুকাৰ্য্যৰ বাবে দায়ী। অভাবত পৰি নাইবা অজ্ঞতাৰ কাৰণে সুবুদ্ধি মানুহে আইন ভঙ্গ কৰে আৰু অৱশেষত বিচাৰত দোষী সাব্যস্ত হৈ নিৰ্য্যাতন ভোগ কৰিব লগা হয়। এতেকে আমি যদি অভাব অনাটন আৰু অজ্ঞতা দেশৰ পৰা দূৰ কৰিব পাৰো তেন্তে নিশ্চয় আমাৰ দেশত মানুহে দোষণীয় কুকাৰ্য্য কৰিবলৈ এৰিব আৰু লগে লগে এই কাৰাগাৰ বিলাকত নিৰ্য্যাতন ভোগ কৰি থকা মানুহবিলাক উপযুক্ত নাগৰিক হৈ দেশৰ শ্ৰীবৃদ্ধিত বৰঙনি যোগাব পাৰিব।" তেতিয়া এজন বিচাৰকে সুধিলে "কিন্তু দেশৰ দৰিদ্ৰতা আৰু অজ্ঞানতা কেনেকৈ গুচাব পাৰিব?"

কনফুচিয়াছে উত্তৰ দিলে "অজ্ঞানতা গুচাবলৈ আমি শিক্ষা প্ৰচাৰ কৰিব লাগিব। সুশিক্ষাৰ জৰিয়তে দেশৰ অজ্ঞতা

দূৰীভূত হব। যদি আমাৰ দেশৰ সকলো লোকক শিক্ষা দিব পাৰো তেন্তে নিশ্চয় অজ্ঞতা নাথাকিব। আৰু দৰিদ্ৰতা গুচাবলৈ মানুহবিলাকক উপাৰ্জ্জনক্ষম কৰি তুলিব লাগিব। মানুহবিলাকক উপযুক্ত ব্যবসায়, অৰ্থকৰী বিদ্যা, ঘৰুৱা উদ্যোগ আদি শিকাব লাগিব আৰু চাকৰি আদিত নিয়োগ কৰিব লাগিব। এইবিলাকৰ জৰিয়তে মানুহে নিশ্চয় উপাৰ্জ্জন কৰি ভালদৰে খাব পাৰিব। মানুহে ভালদৰে খাই লৈ থাকিব পাৰিলে কেতিয়াও বেয়াকাম কৰিবলৈ নাযায়। মানুহ স্বাভাবিকতে সৎ। সংসাৰৰ যাতনাইহে মানুহক কুপথে যাবলৈ বাধ্য কৰে। শিক্ষাৰ দ্বাৰা মানুহে কুপথ গ্ৰহণৰ প্ৰলোভন নিয়ন্ত্ৰণ কৰিবলৈ সক্ষম হয়। সুশিক্ষাই মানুহক সৎ কৰি ৰাখিব আৰু উপাৰ্জ্জনকৰী শিক্ষাই মানুহৰ অভাব অনাটন বিমোচন কৰিবলৈ সক্ষম হব।"

তেতিয়া আন এজন বিচাৰকে সুধিলে, "এই লক্ষ্যত উপনীত হবলৈ আমি কি ভাবে কাম আৰম্ভ কৰিব লাগিব?" কনফুচিয়াছে উত্তৰ দিলে—"আপোনালোক প্ৰজাৰ শাসক, দেশ খনৰ ভবিষ্যৎ আপোনালোকৰ কৰ্ম্মকুশলতাৰ ওপৰত নিৰ্ভৰ কৰিছে। গোটেই দেশখনেই এটা বৃহৎ পৰিয়াল আৰু এই পৰিয়ালটোৰ আপোনালোকেই, শাসকবৰ্গই মুৰব্বী বা কৰ্ত্তা। আপোনালোকৰ আচৰণৰ ওপৰতেই এই বৃহৎ পৰিয়ালটোৰ ঐক্য, সুখ-স্বাচ্ছন্দ্য, সমৃদ্ধি নিৰ্ভৰ কৰিছে। আপোনালোকে সকলোকে সমান চকুৰে চাব লাগিব। এতেকে আপোনালোকৰ

প্ৰথম কৰ্ত্তব্য হ'ল আপোনালোক নিজে নিজে সজ আৰু চৰিত্ৰবান হব লাগিব। সৰ্ব্বসাধাৰণক লাগে এনে যোগ্য শাসক যি দূৰদৰ্শিতাৰে দেশৰ কল্যাণ কামনা কৰিব পাৰে আৰু এনে যোগ্য শাসকক প্ৰজাই ঘৰৰ বৰমূৰীয়া ব্যক্তিৰ দৰে জ্ঞান কৰি অনুসৰণ কৰিব ইচ্ছা কৰে। যদি শাসক শ্ৰেণী দুৰ্নীতি-পৰায়ণ হয় তেন্তে প্ৰজা আৰু বেচি দুৰ্নীতি-পৰায়ণ হব। যদি শাসক ন্যায়পৰায়ণ আৰু কৰ্ত্তব্যৰত হয় তেন্তে প্ৰজাই বেয়া হবলৈ ভয় কৰিব আৰু ভাল হবলৈ চেষ্টা কৰিব। মনত ৰাখিব এবাৰ যদি সৰ্ব্বসাধাৰণে দুৰ্নীতি-পৰায়ণ হৈও শাস্তি নাপায় বৰং দুৰ্নীতি-লব্ধ সম্পদেৰে নিজৰ জীৱনত প্ৰতিস্থা লাভ কৰে, তেন্তে সেই দেশৰ উন্নতি অসম্ভৱ আৰু দুৰ্নীতিৰ পুলিপোখা উভালি মানুহৰ মনত নৈতিকতাৰ অঙ্কুৰ ৰোপণ পৰা বৰ টান কাম। বাঘত উঠিলে মানুহৰ নমা টান। এতিয়া হয়তো আপোনালোকে আকৌ সুধিব—ভাল কেনেকৈ হব পাৰি ? তাৰ বাবে কি কৰিব লাগে ? তাৰ উত্তৰত আপোনালোকক জনাও যে ভাল হবলৈ হলে প্ৰথম পাঠ হ'ল—আনৰ পৰা আপুনি যি আচৰণ আশা নকৰে তেনে আচৰণ আনকো কেতিয়াও নকৰিব। যদি আপোনালোকে দেশৰ মঙ্গল কামনা কৰে, যদি দেশবাসীক অনুগত, কৰ্ত্তব্যপৰায়ণ, ন্যায়বান, দেশপ্ৰেমিক আৰু নিৰ্ভীক কৰিব আশা কৰে, তেন্তে তাৰ জ্বলন্ত পটন্তৰ হব লাগিব আপোনালোকেই, ক্ষমতাত অধিস্থিত শাসকবৰ্গই। আপোনা-সকলক আচৰণে আদৰ্শ নেদেখুৱাই যদি আনৰ পৰা ভাল আচৰণ

আশা কৰে তেন্তে আপোনালোক সফলকাম নহব। যদি আপোনালোকে মই কোৱামতে কৰে তেন্তে ইয়াৰ সুফল নিশ্চয় পাব।"

কনফুচিয়াছৰ পৰা এনে নির্দ্দেশ আৰু প্রেৰণা পাই তেওঁৰ বাণীকে সাৰোগত কৰি বিষয়াসকলে নির্দ্দিষ্ট কর্ত্তব্য পালনত আত্মনিয়োগ কৰিলে আৰু লগে লগে দেশৰ পৰিবেশ পৰিস্ফুট ভাৱে পৰিবর্ত্তন হবলৈ আৰম্ভ কৰিলে। অতি কম সময়ৰ ভিতৰতে লু প্রদেশৰ জনসাধাৰণৰ মনত এটা অপূর্ব্ব জাগৰণৰ জোৱাৰ উঠিল আৰু দেশৰ সৌষ্ঠৱ সমৃদ্ধি উত্তৰোত্তৰ ভাৱে বৃদ্ধি পাবলৈ ধৰিলে।

কনফুচিয়াছে লু প্রদেশৰ মন্ত্রীত্বপদ গ্রহণ কৰাৰ দুই বছৰ কাল পাৰ নৌহওঁতেই প্রায় সকলোবিলাক কাৰাগাৰ শূন্য হৈ পৰিল। 'বিদ্যালয়বিলাক পূর্ণ কৰা, কাৰাগাৰবোৰ খালি হৈ পৰিব' এই প্রবচনৰ সার্থকতা কনফুচিয়াছে ৰাজনৈতিক জীৱনত পৰিষ্কাৰ ভাৱে প্রতিপন্ন কৰিছিল। কনফুচিয়াছৰ আচনিমতে বিষয়াসকলে কাম কৰিবলৈ লাগি যোৱাত তেওঁৰ পৰিকল্পনাই বাস্তৱ ৰূপ পালে। মানুহৰ কুকর্ম্মৰ প্রবৃত্তি নিয়ন্ত্রিত হ'ল আৰু লগে লগে বিচাৰালয়ত গোচৰৰ সংখ্যা একেবাৰেই কমি গ'ল। মানুহ পৰস্পৰৰ প্রতি সহানুভূতিশীল হ'ল আৰু কাৰো বিৰুদ্ধে কোনোৱে গোচৰ উপস্থাপিত নকৰা হ'ল। এনে পৰিস্থিতিত আদালতবোৰত বিচাৰকসকলৰ কৰিব লগীয়া একো নাথাকিল। গোচৰৰ অভাৱত উকীলবিলাকবো

কাম নোহোৱা হ'ল। গোচৰেই নাই যেতিয়া উকীলসকলে কাৰ পক্ষলৈ ওকালতি কৰিব? কাৰাগাৰত কয়দী নোহোৱা হলত জেইলৰ বা কয়দী ৰক্ষকবিলাকৰো কৰিব লগীয়া একো নাথাকিল। মানুহে পৰৰ অপকাৰ নকৰা হলত গোচৰ নোহোৱা হ'ল। গোচৰ নোহোৱা হলত বিচাৰ আৰু বিচাৰত দোষীৰ দণ্ডবিধানো নোহোৱা হ'ল। গতিকে দোষী লোক নথকাত কাৰাগাৰ শূন্য হৈ পৰিল। চুৰি, ডকাইতি, শঠ প্ৰবঞ্চনা আদি দুষ্কৰ্ম্ম লু প্ৰদেশত নোহোৱা হ'ল। মানুহ প্ৰকৃততে সৎ আৰু উপাৰ্জ্জনক্ষম হ'ল আৰু ভাল বেয়া, উচিত গৰ্হিত বিচাৰ কৰি চলিব পৰা জ্ঞান পালে। কনফুচিয়াছে পৰিকল্পনা কৰা মতে লু আদৰ্শ ৰাজ্যত পৰিণত হ'ল।

গ্ৰীক দাৰ্শনিক প্লেটোৰ পৰিকল্পিত আদৰ্শ ৰাজ্যৰ লগত কনফুচিয়াছৰ আচনিৰ বহুত মিল আছে। কিন্তু কনফুচিয়াছৰ দৰে প্লেটোৱে ৰাজনৈতিক জীৱনত সক্ৰিয়ভাৱে তেওঁৰ আচনিৰ কাৰ্য্যকাৰিতা পৰীক্ষা কৰি চাবলৈ সুযোগ নাপালে। প্লেটোৰ পৰিকল্পনা আদৰ্শ বা লক্ষ্য হিচাবেই থাকিল কিন্তু কনফুচিয়াছে নিজে দেশ শাসনৰ বাঘজৰী হাতত লৈ তেওঁৰ পৰিকল্পনাৰ বাস্তৱৰূপ দি আদৰ্শৰাজ্য প্ৰতিষ্ঠা কৰিবলৈ সক্ষম হৈছিল।

প্ৰায় আঢ়ৈহাজাৰ বছৰৰ আগতে চীনদেশত কনফুচিয়াছে প্ৰবৰ্ত্তন কৰা সংস্কাৰবিলাকৰ ভিতৰত কিছুমান আজিৰ দিনত আচৰিত ভাবে আধুনিক যেন লাগে। তাৰ কিছুমান সঁচাকৈয়ে কুৰি শতিকাত প্ৰচলিত সামাজিক ভাবধাৰাতকৈ অধিক

প্ৰগতিমূলক। সমস্বত্ববাদ, সমাজতন্ত্ৰ আদিৰ নিচিনা প্ৰগতি-মূলক চিন্তাধাৰাকো যেন কনফুচিয়াছে আঢ়ৈ হাজাৰ বছৰৰ আগতে সক্ৰিয়ভাবে কামত লগাইছিল আৰু তাৰ ফল দেশ-বাসীয়ে ভোগ কৰিছিল। কনফুচিয়াছে সংস্থানহীন দুখীয়া-সকলক ৰাষ্ট্ৰৰ পুঁজিৰ পৰা খুৱাইছিল আৰু বয়স অনুসৰি লৰা, ডেকা বুঢ়াৰ বিজ্ঞান-সম্মত বিভিন্ন আহাৰৰ ব্যৱস্থা কৰিছিল। কৰ্ম্ম বিভাজনত সবল আৰু দুৰ্ব্বল সকলক শক্তি সামৰ্থ্য অনুযায়ী বিভিন্ন কামত নিয়োগ কৰিছিল। পণ্যদ্ৰব্যৰ মূল্য নিৰ্দ্ধাৰণ আৰু নিয়ন্ত্ৰণ কৰিছিল আৰু ৰাজ্যৰ ৰাজহ ভাণ্ডি বেপাৰ বাণিজ্য উন্নতি কৰিছিল। দেশৰ পৰিবহন ব্যৱস্থা উন্নত কৰিছিল। ৰাস্তা দলং আদি নিৰ্ম্মাণ কৰিছিল আৰু পৰ্ব্বতীয়া অঞ্চলৰ বাটপথত লুটপাট কৰি ফুৰা দস্যুদল নিৰ্ম্মূল কৰিছিল। আঢ্যৱন্ত বা আভিজাত্য-সম্পন্ন লোক সকলৰ ক্ষমতা খৰ্ব্ব কৰিছিল আৰু জনসাধাৰণক শোষণ আৰু দমনৰ পৰা মুক্ত কৰিছিল। আইনৰ চকুত সকলো সমান। এনে ধৰণৰ সংস্কাৰ সচাঁকৈ অতি আধুনিক আৰু ভাবিলে আচৰিত হব লাগে বুদ্ধিমন্ত ঋষি কনফুচিয়াছে কেনেকৈ অতি প্ৰাচীন কালতে এনে প্ৰগতিমূলক সংস্কাৰৰ পৰিকল্পনা কৰি তাক সক্ৰিয়ভাবে ব্যৱহাৰিক ৰাজনীতিত খটুৱাইছিল।

* * *

এনে ধৰণৰ সংস্কাৰমূলক নীতি জনসাধাৰণৰ মাজত অতি প্ৰিয় আৰু আদৰণীয় হৈ উঠিছিল কিন্তু স্বাৰ্থ-জড়িত ব্যক্তি আৰু

অন্যান্য দাঁতিকাষৰীয়া ৰাজ্যৰ কৰ্ত্তাসকলৰ ওচৰত কনফুচিয়াছ শত্ৰু হিচাবে পৰিগণিত হৈছিল। অভিপ্ৰেত সংস্কাৰ প্ৰবৰ্ত্তনত বাধা প্ৰাপ্ত হলে কনফুচিয়াছে ৰাজ্যৰ অতি ক্ষমতাপন্ন ব্যক্তিকো ক্ষমা নকৰিছিল আৰু এই অপমানিত ক্ষমতাচ্যুত ব্যক্তিসকলে কনফুচিয়াছক ঈৰ্ষা আৰু ঘৃণা কৰিছিল আৰু কেনেকৈ কনফুচিয়াছৰ পতন আনয়ন কৰিব পাৰে তাৰে চিন্তা কৰিছিল। অবশেষত কনফুচিয়াছৰ পৰাজয় হৈছিল আৰু সিও নাটকীয় ভাবে ছী ৰাজ্যৰ পৰাই পাব লগীয়া হৈছিল। কনফুচিয়াছৰ প্ৰিয় ছাত্ৰ আৰু বন্ধু লু প্ৰদেশৰ ডিউকৰ লগত প্ৰথমবাৰ দেশ এৰি ছী ৰাজ্যতে আশ্ৰয় লব লগা হৈছিল আৰু শেষত সেই আশ্ৰয়-দাতা ছী ৰাজ্যই তেওঁৰ বিৰুদ্ধে ষড়যন্ত্ৰ কৰি ক্ষমতাচ্যুত কৰিবলৈ উঠি-পৰি লাগিছিল।

লু প্ৰদেশৰ প্ৰগতিমূলক সংস্কাৰে ৰাজ্যৰ গৌৰৱ, প্ৰতিষ্ঠা, সমৃদ্ধি আশাতীত ভাবে বঢ়াইছিল। তাকে দেখি ছী নগৰৰ ডিউকৰ মনত নানা আশঙ্কা আৰু উৎকণ্ঠা জাগিল। তেওঁৰ প্ৰজাবিলাকে যদি সংস্কাৰ দাবী কৰে তেতিয়া কেনেকৈ প্ৰতিহত কৰিব? নাইবা ক্ষমতাপন্ন লু ৰাজ্যই যদি তেওঁক তলতীয়া কৰিব ইচ্ছা কৰে তেতিয়া অসন্তুষ্ট প্ৰজাৰে কেনেকৈ সেই আক্ৰমণ বোধ কৰিব? অকল ছী ৰাজ্যই নহয়, লু ৰাজ্যৰ দাঁতিকাষৰীয়া সকলো ৰাজ্যই লু ৰাজ্যৰ ক্ৰমাগত শক্তি আৰু ঐশ্বৰ্য্য সমৃদ্ধিৰ বাবে নিজৰ নিৰাপত্তাৰ আশঙ্কাত আতঙ্কিত হৈ উঠিছিল।

ইতিমধ্যে লু প্ৰদেশৰ শাসনকৰ্ত্তাৰ পৰলোক হ'ল আৰু নতুন ডিউকে ৰাজ্যভাৰ গ্ৰহণ কৰিলে। নতুন ডিউক টিং ডেকা মানুহ আছিল। টিঙে কনফুচিয়াছৰ জ্ঞান, অভিজ্ঞতা, সাধুতা আৰু দূৰদৰ্শিতাত মুগ্ধ হৈছিল আৰু ৰাজকাৰ্য্যৰ সকলো ক্ষেত্ৰতে তেওঁৰ পৰামৰ্শ লৈছিল আৰু তেওঁৰ উপদেশ মানি চলিছিল। ঈৰ্ষান্বিত আৰু শঙ্কা-আতুৰ দাঁতিকাষৰীয়া ৰাজ্যৰ শাসকসকলে চিন্তা কৰিব ধৰিলে কেনেকৈ নতুন ডেকা ডিউক টিঙক কনফুচিয়াছৰ প্ৰভাৱৰ পৰা আঁতৰত ৰাখিব পাৰি আৰু যাতে টিঙে কনফুচিয়াছৰ পৰামৰ্শ মতে নচলা হয় তাৰ উপায় চিন্তিবলৈ ধৰিলে। লু প্ৰদেশক আটায়ে হিংসাৰ চকুৰে চাব ধৰিলে আৰু তাৰ অৱস্থা কেনেকৈ শোচনীয় কৰিব পাৰি সেই চিন্তাত সকলো ব্যতিব্যস্ত হৈ পৰিল। সিহঁতে ভালকৈ বুজিছিল যে আগৰ ডিউকৰ শাসনকালৰ দৰে যেতিয়ালৈকে লু প্ৰদেশৰ শাসনৰ বাঘজৰী কনফুচিয়াছৰ হাতত থাকিব তেতিয়ালৈকে লু প্ৰদেশ দিনে দিনে উন্নত হৈ যাব আৰু অতি সোনকালে সমগ্ৰ চীনসাম্ৰাজ্যৰ ভিতৰতে ই অধিক শক্তিশালী আৰু সমৃদ্ধিশালী হৈ পৰিব। এতেকে লু প্ৰদেশৰ ক্ৰমোত্তৰ উন্নতিৰ পথত হেঙাৰ দিবলৈ হলে ডিউকক কনফুচিয়াছৰ প্ৰভাৱৰ পৰা আঁতৰত ৰাখিব লাগিব। কনফুচিয়াছক লু দেশৰ পৰা আঁতৰাব পাৰিলে অতি সোনকালে তাক আগৰ অৱস্থালৈ ৰূপান্তৰিত কৰিব পৰা যাব। অৱশেষত আটায়ে আলোচনা কৰি এটা উপায় উলিয়ালে। ডেকা ডিউক টিঙৰ মনত এতিয়াও

কনফুচিয়াছৰ মহান আদৰ্শই স্থায়ীভাবে খোপনি পুতিব পৰা নাছিল। চেঙেলীয়া ডিউক টিঙ ইন্দ্ৰিয়ভোগ-বিলাসী আৰু অলসতা-প্ৰিয় আছিল। কনফুচিয়াছৰ মহান আদৰ্শ আৰু শিক্ষাৰ প্ৰভাৱত এই দুৰ্ব্বলতা দূৰ হোৱাৰ আগতে এই হিংসুক আৰু পৰশ্ৰীকাতৰ শাসকসকলে ডিউকৰ এই দুৰ্ব্বলতাৰ সুযোগ লবলৈ স্থিৰ কৰিলে।

সিহঁতে ডিউকক ভোগবিলাসত মত্ত কৰি ৰাখিবলৈ আশী-জনী ধুনীয়া গাভৰু ছোৱালী আৰু কেইটামান বছা বছা ঘোৰাদৌৰ জুৱাখেলৰ কৌশল-সম্পন্ন ঘোৰা লু প্ৰদেশৰ ডিউকলৈ উপহাৰ স্বৰূপে পঠিয়াই দিয়ে। সিহঁতৰ দৰবে গুণ ধৰিলে। ডিউকে এই হিংসুক শাসকসকলৰ অভিসন্ধি ভেদ কৰিবলৈ চেষ্টা নকৰি সৌহাৰ্দ্দ্য উপহাৰৰূপে সিহঁতৰ দান গ্ৰহণ কৰিলে আৰু উচ্চপদস্থ বিষয়া সকলৰ সৈতে ডিউকে ভোগবিলাসত গা ঢালি দিলে। ধুনীয়া নাচনী গাভৰুৰ ৰূপত মজি থাকি ডিউক আৰু ৰাজকৰ্ম্মচাৰী সকলে কৰ্ত্তব্য অবহেলা কৰিব ধৰিলে। এই উপহাৰ পোৱাৰ পিচৰ পৰাই ডিউকে হয় অন্তেষপুৰত আমোদ-প্ৰমোদত নাইবা দৌৰ পথাৰত ঘোৰাদৌৰ খেলি মত্ত হৈ পৰিল। কনফুচিয়াছৰ উপদেশ বা সতৰ্কবাণী লাহে লাহে অবমাননা কৰিব ধৰিলে। ডিউকক তেওঁৰ কৰ্ত্তব্য সোঁৱৰাই দিবলৈ কনফুচিয়াছ কেইবাবাৰো ৰাজপ্ৰাসাদলৈ গ'ল কিন্তু ডিউকক তেওঁ লগ ধৰিবই নোৱাৰা হ'ল। ডিউক ৰাজ-সভালৈ প্ৰায় নহাই হ'ল আৰু পাৰ্য্যমানে কনফুচিয়াছক এৰাই

ফুৰিব ধৰিলে। অকল ডিউকেই নহয়, ৰাজসভাৰ দায়িত্বশীল পদত অধিস্থিত কৰ্ম্মচাৰীসকলেও সজীৱ মাংস-পুতলাবোৰৰ লগত খেলি থাকি ৰাজকাৰ্য্য সম্পূৰ্ণভাবে নেওচা দিলে। বিষবৃক্ষ স্বৰূপ উপহাৰৰ শিপা গোটেই ৰাজধানীতে ভালকৈ শিপালে। আৰু অলপ দিনৰ ভিতৰতে আদৰ্শৰাজ্য লু কলুষত পোত গ'ল। সমৃদ্ধিশালী লু প্ৰদেশ শ্ৰীহীন হৈ পৰিল। দেশ দুৰ্নীতিত উটি গ'ল। মানুহে বেয়া কাম কৰিবলৈ বেয়া নোপোৱা হ'ল। অপৰাধৰ সংখ্যা বাঢ়িল। আইন আদালতৰ প্ৰয়োজন বাঢ়িল আৰু কাৰাগাৰ কয়দীৰে ভৰি পৰিল। কনফুচিয়াছৰ নিৰ্ম্মিত আদৰ্শ ৰাজ্য অতীতৰ স্মৃতিত পৰিণত হ'ল।

কনফুচিয়াছে অন্তৰত বৰ আঘাত পালে। তেওঁৰ হাতে গঢ়া দেশৰ শ্ৰী দুদিনতে লেবেলি গ'ল। আটাইবোৰ সজ অনুস্থানতে কেৰোণ সোমাল আৰু সকলো চেষ্টা অথলে গ'ল। তেওঁৰ সজ বাণীত কোনোৱে কাণ নিদিয়া হ'ল। কনফুচিয়াছে লু দেশ ত্যাগ কৰিবলৈ স্থিৰ কৰিলে। তেওঁ আক্ষেপ কৰি কবলৈ ধৰিলে "মই যদি এজন শাসক পালোহেঁতেন যি মোৰ কথা মতে চলে আৰু মোৰ ওপৰত সম্পূৰ্ণ আস্থা ৰাখে, তেন্তে এতিয়াও মোৰ কল্পিত আদৰ্শৰাজ্যক বাস্তৱত স্থায়ী ৰূপ দিব পাৰিলোহেঁতেন। মোৰ আদৰ্শৰাজ্যত মানুহৰ অজ্ঞতা, দৰিদ্ৰতা, অসন্তুষ্টি নাথাকে—মানুহ সৎ আৰু সত্যান্বেষী হয়।" কিন্তু কোনোৱে তেওঁৰ কথাত সঁহাৰি নিদিলে।

ডিউক আৰু ৰাজবিষয়াৰ কৰ্ত্তব্য-বিমুখতাত তেওঁ বৰ বিৰক্ত হ'ল আৰু এই দেশ ত্যাগ কৰিবলৈ লোৱা সিদ্ধান্ত ডিউকক জনালে। কনফুচিয়াছে লু প্ৰদেশ ত্যাগ কৰিব বুলি জনাজাত হোৱাত দাঁতিকাষৰীয়া ৰাজ্যৰ শাসকসকলে বৰ আনন্দ পালে। সিহঁতৰ ষড়যন্ত্ৰ ইমান সহজে ফলিয়াব বুলি সিহঁতে ভবা নাছিল। সিহঁতে লু প্ৰদেশৰ সম্পদ আৰু শক্তি সহ্য কৰিব নোৱাৰা হৈছিল আৰু এই সম্পদ, শক্তি আৰু শান্তিৰ শিল্পী কনফুচিয়াছক আঁতৰাবলৈহে সিহঁতৰ অপচেষ্টা আছিল।

কনফুচিয়াছে লু প্ৰদেশ ত্যাগ কৰি স্বেচ্ছাকৃত নিৰ্ব্বাসন-যাত্ৰা আৰম্ভ কৰিলে। যদিও লু প্ৰদেশৰ সম্পদ আৰু শক্তিত অসহিষ্ণু দলটোৱে তেওঁ দেশ এৰি যোৱাটোকে বাঞ্চা কৰিছিল আনপিনে কনফুচিয়াছৰ গুণমুগ্ধ শিষ্যসকল শোকত ম্ৰিয়মান হৈছিল। তেওঁৰ লগতে তেওঁৰ অনুগত শিষ্যৰ বিৰাট দল এটাই সমদল যাত্ৰা আৰম্ভ কৰিলে। কনফুচিয়াছে বঢ়াই বুজাই কিছুমানক এৰিলে। তথাপিও এটা বিৰাট দল কনফুচিয়াছৰ লগ এৰি থাকিবলৈ মান্তি নহ'ল। প্ৰজাৰ সুখ আৰু হিত কামনা কৰা কৰ্ত্তব্যপৰায়ণ ৰজা বিচাৰি কনফুচিয়াছে বাট ললে।

শিষ্য আৰু অনুগত লোকসকলৰ সমদলেৰে কনফুচিয়াছ নিজৰ জন্মভূমি লু প্ৰদেশ ত্যাগ কৰি গুচি আহিল। জন্মভূমি ত্যাগ কৰিবলৈ তেওঁৰ অকণো ইচ্ছা নাছিল। যাও নাযাওকৈ

অতি অনিচ্ছাৰে তেওঁ বাট ললে। বাটত ওলাইও কনফুচিয়াছে বাৰে বাৰে পিছলৈ উভতি চাইছিল কিজানি অনুতপ্ত হৈ ডিউকে তেওঁক ঘূৰাই নিবলৈ মানুহ পঠিয়াইছেই। কিন্তু কোনো দূত নাহিল। ভোগবিলাসত সাতুৰি নাদুৰি মত্ত হৈ থকা ডিউকৰ মনলৈ তেনে চিন্তা প্ৰবেশৰ পৰিবেশ অনুকূল নাছিল।

দ্বিতীয়বাৰৰ বাবে কনফুচিয়াছে স্বেচ্ছাই নিৰ্ব্বাসন ললে। তেওঁ মাত্ৰ তিনি বছৰ লু প্ৰদেশত চাকৰি কৰিছিল আৰু এই তিনি বছৰৰ ভিতৰতে দেশত নতুন ৰূপ দিব পাৰিছিল। লু প্ৰদেশত যেতিয়া তেওঁৰ নিৰ্ম্মিত সুশাসনৰ সৌধ ভাঙি-চিঙি ভগ্নস্তুপত পৰিণত হ'ল আৰু তাৰ পুনৰ্নিৰ্ম্মাণৰ চেষ্টাত কোনোৱে সঁহাৰি নিদিয়া হ'ল তেতিয়া কনফুচিয়াছে তাত এলাগী হৈ লাগি থকাৰ প্ৰয়োজন নেদেখিলে। তেওঁ বিচাৰি ওলাল এনে এজন ৰজা বা শাসক যিজনে তেওঁৰ ৰাজ্য কনফুচিয়াছৰ তত্বাবধানত এৰি দিব আৰু তাক আদৰ্শ ৰাজ্যত পৰিণত কৰিবলৈ প্ৰয়োজনীয় সকলো সংস্কাৰ প্ৰবৰ্ত্তনৰ ক্ষমতা আৰু দায়িত্ব তেওঁক অৰ্পণ কৰিব।

নিজৰ দেশ এৰি সুদীৰ্ঘ পোন্ধৰ বছৰ কাল কনফুচিয়াছে চীনৰ ই প্ৰান্তৰ পৰা সি প্ৰান্তলৈ ৰাজ্যে ৰাজ্যে তেওঁৰ কামনাৰ বস্তু বিচাৰি ঘূৰি ফুৰিলে। দুখ কষ্ট, যাতনা আৰু হতাশা তেওঁৰ লগৰীয়া হ'ল কিন্তু তেওঁৰ আদৰ্শৰাজ্যৰ সপোন দিঠকত গঢ় দিবলৈ তেওঁ কতো সুযোগ নাপালে।

এইদৰে ঘূৰি ফুৰোতে কনফুচিয়াছে কোনো কোনো ঠাইত

ৰাজকীয় অভ্যৰ্থনা আৰু সমাদৰ পাইছিল আৰু কোনো কোনো ঠাইত অবজ্ঞাও পাইছিল। তেওঁ সন্মান বা অভ্যৰ্থনা বিচাৰি ওলোৱা নাছিল। নিজৰ কাৰণে তেওঁক একো নালাগে। তেওঁ কাৰো অনুগ্ৰহ নিবিচাৰে আৰু কাৰো কোনো প্ৰকাৰ বন্ধনত থাকিব ইচ্ছা নকৰে। এখন ৰাজ্যৰ শাসনকৰ্ত্তাই প্ৰথমে তেওঁৰ প্ৰস্তাৱত মাস্তি নহল অৰ্থাৎ তেওঁৰ ৰাজ্যখনৰ শাসন আৰু সংস্কাৰৰ দায়িত্ব কনফুচিয়াছৰ হাতত অৰ্পণ কৰিবলৈ মাস্তি নহল। কিন্তু কনফুচিয়াছৰ দৰে ঋষিতুল্য মহান ব্যক্তি এজনে এনেদৰে যাতনা ভুগি ঘূৰি ফুৰাটো তেওঁ সহ্য কৰিবলৈ টান পালে। কনফুচিয়াছৰ দুখ কষ্ট দেখি তেওঁৰ বৰ বেয়া লাগিল আৰু তেওঁৰ ৰাজ্যৰ এখন নগৰৰ ৰাজহ কনফুচিয়াছ আৰু তেওঁৰ শিষ্যবৰ্গৰ ভৰণ-পোষণৰ বাবে দিবলৈ তেওঁ প্ৰস্তাৱ কৰিলে। কনফুচিয়াছে এই অনুদান প্ৰত্যাখ্যান কৰি সেই দয়ালু শাসক জনক এইদৰে জনাইছিল "শ্ৰেয়কামী জনে কামৰ বাবেহে পুৰস্কাৰ লব পাৰে। মই ডিউকক উপদেশ দিছিলোঁ, কিন্তু তেওঁ নামানিলে। আৰু এতিয়া অনুদান দি মোক অনুগ্ৰহ কৰিব বিচাৰিছে। তেওঁৰ বুদ্ধি-বৃত্তি নোহোৱা হৈছে। হুটা চাউলৰ ভাত খাই, পিয়াহত পানী খাই, আৰু মোৰ বাউসীকে গাৰু কৰি লৈও মই আনন্দত আছো। অন্যায় ভাবে পোৱা ধনদৌলত, মান যশস্যা মোৰ কাৰণে ভাহি ফুৰা মেঘৰ দৰে।"

সুখ দুখ, সম্পদ আপদ কনফুচিয়াছে সমভাবেই গ্ৰহণ

কৰিব পাৰিছিল। শ্ৰীমদ্ভগবদগীতাৰ ভাষাত তেওঁ আছিল স্থিতপ্ৰজ্ঞ। দুখতো তেওঁৰ মন উদ্বিগ্ন নহয় আৰু সুখতো বিগতস্পৃহ আছিল। হাজাৰ দুখৰ মাজতো তেওঁ কাতৰ নহৈছিল। এবাৰ কেইবাদিনো উপবাসে থকাত দুখতে আৰু খঙতে এজন শিষ্যই কনফুচিয়াছক সুধিলে, "শ্ৰেষ্ঠলোকে এনেদৰেই কষ্ট কৰিব লাগে নেকি?" কনফুচিয়াছে অতি শান্তভাবে উত্তৰ দিলে, "শ্ৰেষ্ঠলোকে এনেদৰে কষ্ট পাব লগা হব পাৰে। তথাপি শ্ৰেষ্ঠলোক শ্ৰেষ্ঠ হৈয়েই থাকে। সাধাৰণ মানুহে এনে পৰিস্থিতিত কিন্তু আত্মসংযম হেৰুৱায়।"

আন এদিনাখন এইদৰে ঘূৰি ফুৰোতে কনফুচিয়াছ শিষ্যসকলৰ সৈতে এখন নদীৰ পাৰত ওলাল গৈ। নদীখন পাৰ হবলৈ কোনো সাঁকো বা দলং নেদেখি তেওঁলোকে ইপিনে সিপিনে পাৰ হবলৈ বাট বিচাৰি ঘূৰাঘূৰি কৰি আছিল। তেওঁলোকে নৈখন পাৰ হবই লাগে অথচ কোনো উপায় পোৱা নাই। ওচৰতে পথাৰত কাম কৰি থকা মানুহ এজন দেখি কনফুচিয়াছে ছুলু নামেৰে এজন শিষ্যক মাতি কলে "সেই কাম কৰি থকা মানুহজনক সুধি আহাছোন নৈখনৰ কোন পিনে সাঁকো বা পাৰ হোৱা নাও আছে। তেওঁ জানিবও পাৰে।"

ছুলু ওচৰলৈ গৈ দেখে যে মানুহজন চেঙচু, সন্ন্যাসী হৈছে। সেই সময়ত চীনদেশত অসংখ্য সাধু সন্ন্যাসী আছিল। বহুত মানুহে স্বেচ্ছাচাৰী ডিউক আৰু মন্ত্ৰীসকলৰ দুৰ্নীতি আৰু

আপোনপেটা স্বভাৱৰ বাবে বিৰক্ত হৈ দেশ এৰি হাবি জঙ্গলে কোনোমতে পেট প্ৰৱৰ্ত্তাই জীৱন নিয়াইছিল। চেঙচু এনে ধৰণৰ এজন সন্ন্যাসী আছিল।

ছুলু ওচৰ চাপি অহাত চেঙচুৱে সুধিলে—আপুনি কোন?

ছুলুৱে উত্তৰ দিলে—মোৰ নাম ছুলু।

—আপুনি কনফুচিয়াছৰ শিষ্য নেকি?

—এৰা। ছুলুৱে লাহেকৈ উত্তৰ দিলে।

—ইখন দেশৰ পৰা সিখন দেশলৈ বাটকুৰি বাই কেৱল ঘূৰিফুৰা গুৰু এজনৰ শিষ্য হোৱাতকৈ আপুনি দেখোন সন্ন্যাসী হোৱাহে ভাল আছিল।

ইয়াকে কৈ সন্ন্যাসীজনে ছুলুৰ ফালে পিঠি দি নিজৰ কামত লাগিল। কোন পিনে নৈখন পাৰ হব পৰা ব্যৱস্থা আছে সেই সম্পৰ্কে ছুলুৱে কেইবা বাৰো প্ৰশ্ন কৰাতো কোনো জবাবকেই নিদিলে। হতাশ হৈ ছুলু উভতি আহি কনফুচিয়াছক সকলো নিবেদন কৰিলে।

কনফুচিয়াছে শিষ্যসকলক কলে—"চেঙচুৱে ভুল কৰিছে। বেয়া দেখি পলাই আহিলেই বেয়া গুছি ভাল নহয়। যদি সকলো মানুহ সৎ আৰু সুখী হলহেতেন তেন্তে মানুহক সজ হবলৈ উপদেশ দি ফুৰিবলৈ মোৰ প্ৰয়োজন নাথাকিলহেতেন। কষ্টত পৰিলে বা কষ্টজনক পৰিস্থিতিৰ উদ্ভৱ হলে মানুহে তাৰ পৰা পলাই নহাটোৱেই কৰ্ত্তব্য। ভাল বুলি বিবেচনা কৰিও যদি কাৰ্য্যত সেইমতে কৰা নহয় তেন্তে তেনে

আচৰণেই কাপুৰুষালি। সন্ন্যাসীবো দেখিছো বহুত লগৰীয়া আছে।"

কনফুচিয়াছৰ কথাখিনিৰ তাৎপৰ্য্য শিষ্যসকলে উপলব্ধি কৰিব পাৰিলে। সন্ন্যাসীৰ আভৰণ ললেই সন্ন্যাসী নহয়। ইন্দ্ৰিয় দমন আৰু জনগণৰ সেৱাৰ প্ৰচেষ্টা নাথাকিলে সন্ন্যাস জীৱনৰ জটিলতাৰ পৰা পলায়নপ্ৰবৃত্তিৰ প্ৰয়াস মাথোন হৈ পৰে। এই কৃত্ৰিম সন্ন্যাসীজনৰ মনোবৃত্তি আৰু কনফুচিয়াছৰ মহত্ব শিষ্যসকলে হৃদয়ঙ্গম কৰিলে।

এদিনাখন কনফুচিয়াছে শিষ্যসকলৰ সৈতে টিয়ান চান পৰ্ব্বতৰ কাষে কাষে গৈ থাকোতে দেখিলে এগৰাকী তিৰোতা মানুহে এটা কবৰৰ ওচৰত শোকত কাতৰ হৈ দীঘল দি পৰি আছে। তিৰোতাজনীৰ অৱস্থা দেখি কনফুচিয়াছৰ বৰ দুখ লাগিল আৰু মানুহজনীৰ দুখৰ কাৰণ জানিবলৈ তেওঁৰ শিষ্যসকলৰ এজনক পাচিলে। শিষ্যজনে তিৰোতাজনীক সেইদৰে কবৰৰ ওচৰত শোকত বিহ্বলা হৈ পৰি থকাৰ কাৰণ সুধিলত মানুহজনী উচুপি উচুপি কবলৈ ধৰিলে—"মোৰ শহুৰক এই ঠাইতে বাঘে খাই মাৰিছিল। মোৰ স্বামীকো ইয়াতে বাঘে মাৰিছে আৰু পুত্ৰইও একেদৰে বাঘৰ হাতত প্ৰাণ এৰিলে।" তেতিয়া কনফুচিয়াছে সুধিলে—"তোমাৰ স্বামীৰ পিতা, স্বামী আৰু তোমাৰ পুত্ৰই ইয়াতে বাঘৰ হাতত প্ৰাণ দিলে। তুমি এই স্থান পৰিত্যাগ কৰি আন নিৰাপদ ঠাইলৈ গুচি নোযোৱা কিয় ?"

তিৰোতাজনীয়ে উত্তৰ দিলে,—"এই ঠাই এৰি যাবলৈ মন নাযায়। এই ৰাজ্যৰ শাসকসকল অত্যাচাৰী আৰু শোষণ-কাৰী নহয়। সেয়েহে সকলোকে হেৰুৱাইও এই ঠাই এৰি যাবলৈ মোৰ সত যোৱা নাই।"

তিৰোতাজনীৰ উত্তৰ শুনি কনফুচিয়াছ মুগ্ধ হ'ল আৰু শিষ্যসকলক মনত ৰাখিবলৈ কলে—"বাছাহঁত, মনত ৰাখিবা, অত্যাচাৰী চৰকাৰ বাঘতকৈও বেচি ভয়ানক আৰু বেচি ভয় কৰিবলগীয়া বস্তু।"

কনফুচিয়াছে অনুগত শিষ্যসকলৰ সৈতে অশেষ দুখ নিকাৰ ভুগি ই ৰাজ্যৰ পৰা সি ৰাজ্যলৈ পৰ্য্যটন কৰিলে এজন জ্ঞানী প্ৰজাৰঞ্জক শাসকৰ অন্বেষণত; কিন্তু নাপালে। কিন্তু এই ভ্ৰমণেই কনফুচিয়াছক অমৰ কৰিলে আৰু জগতে তেওঁৰ সঞ্চিত জ্ঞানৰ সঁফুৰা পালে। এইদৰে ভ্ৰমণ কৰোঁতে তেওঁৰ গুণমুগ্ধ শিষ্যসকলে কনফুচিয়াছে উচ্চাৰণ কৰা প্ৰত্যেকটো বাণী আপুৰুগীয়া সম্পত্তি হিচাপে সঞ্চয় কৰিছিল আৰু তেওঁৰ প্ৰত্যেকটো আচৰণকে ভক্তিভৰে অধ্যয়ন কৰি তাৎপৰ্য্য বুজিবলৈ চেষ্টা কৰিছিল। এই শিষ্যসকলৰ কাৰণেই আজি জগত-বাসীয়ে মহৰ্ষি কনফুচিয়াছৰ জীৱনৰ ঘটনাবলী আৰু তেওঁৰ অমৰ বাণীসমূহ পাব পাৰিছে।

বিদেশত এইদৰে কল্পিত আদৰ্শৰাজ্য বাস্তৱত ৰূপ দিবলৈ সুযোগ বিচাৰি ঘূৰি থাকোঁতেই কনফুচিয়াছৰ ঘৈণীয়েক ঢুকায়।

ইতিমধ্যে লু প্ৰদেশৰ যিজন ডিউকৰ অবহেলা আৰু অৱজ্ঞাৰ বাবে কনফুচিয়াছে বিৰক্ত হৈ দেশ এৰি যাবলগীয়া হৈছিল সেইজন ডিউকৰো মৃত্যু হয়। সেই ডিউকৰ পুত্ৰেক নতুন ডিউক বিদ্যানুৰাগী আৰু দূৰদৰ্শী লোক আছিল। তেওঁৰ তলত কাম কৰা এজন কৃতবিদ্য সৈন্যাধিনায়কে সমৰকৌশলৰ শিক্ষা কনফুচিয়াছৰ পৰাই পাইছিল আৰু কনফুচিয়াছক এই সেনাপতি জনে বৰ ভক্তি কৰিছিল। ইমানদিনে এই সেনাপতিজনে তেওঁৰ গুৰুক পুনৰ নিজ দেশলৈ ঘূৰাই আনিবৰ চেষ্টা কৰিব পৰা নাছিল কাৰণ আগৰ জনা ডিউকৰ প্ৰতি কনফুচিয়াছ মুঠেই সদয় নাছিল। নতুন ডিউক ক্ষমতাত অধিষ্ঠিত হ'লত এই সেনাপতিজনে কনফুচিয়াছক পুনৰ ফিৰাই আনি আগৰ পদত অধিষ্ঠিত কৰিবলৈ উঠিপৰি লাগিল। তেওঁ সদায় কনফুচিয়াছৰ জ্ঞান, বিদ্যাবুদ্ধি আৰু মহত্ব সম্পৰ্কে ডিউকক কবলৈ ধৰিলে আৰু এই মহৎ ব্যক্তিজনৰ পৰামৰ্শত দেশখন পুনৰ সমৃদ্ধিশালী কৰিবলৈ খাটনি ধৰিলে।

ডেকা ডিউকেও কনফুচিয়াছৰ গুণ-গৰিমা জানিছিল আৰু তেওঁৰ মন্ত্ৰীত্বত লু প্ৰদেশৰ সম্পদ আৰু শক্তি সম্বন্ধেও অবগত আছিল। তেওঁ কনফুচিয়াছক নিজদেশলৈ আহি পুনৰ লু প্ৰদেশৰ শাসন ভাৰ লবলৈ প্ৰাৰ্থনা কৰি মানুহ পঠালে। অৱশেষত ১৫ বছৰ বিদেশত নানা কষ্টৰ মাজেদি ভ্ৰমণ কৰি কটাই কনফুচিয়াছে জন্মভূমি লু প্ৰদেশলৈ উভতি আহিল আৰু পুনৰ লু প্ৰদেশৰ ভাগ্য-নিয়ন্ত্ৰণৰ দায়িত্ব ললে।

কনফুচিয়াছ স্বদেশলৈ প্ৰত্যাৱৰ্ত্তন কৰা সময়ত তেওঁৰ বয়স সত্তৰ বছৰৰ ওচৰাওচৰি। পোন্ধৰ বছৰীয়া সুদীৰ্ঘ ভ্ৰমণৰ দুখ-কষ্ট আৰু কঠোৰতাই তেওঁৰ আয়ুস কমাই নি আৰু বেচি বুঢ়া কৰিলে। লু প্ৰদেশ এৰি যোৱাৰ সময়ত তেওঁৰ যি উদ্যম, উৎসাহ আৰু শক্তি আছিল এতিয়া সি আৰু নাই। কনফুচিয়াছে লু প্ৰদেশৰ প্ৰধান মন্ত্ৰীত্বৰ দায়িত্ব ললে কিন্তু বাৰ্দ্ধক্যৰ কাৰণে ৰাজনীতিৰ কৰ্ম্মব্যস্ত জীৱনৰ পৰা প্ৰায় অৱসৰ লৈ শান্তিৰে জীৱনৰ বাকীছোৱা কাল অধ্যয়ন কৰি কটাবলৈ স্থিৰ কৰিলে। লু প্ৰদেশলৈ অহাৰ পিচত তেওঁৰ জীৱন-বন্তি মাত্ৰ পাঁচবছৰৰ বাবেহে প্ৰদীপিত আছিল আৰু এই সময় ছোৱা কনফুচিয়াছে সাহিত্য, সঙ্গীত, ইতিহাস চৰ্চ্চা কৰি আৰু তেওঁৰ পদপ্ৰান্তত বহি থকা শিষ্যসকলক শিক্ষা দি কটালে। কনফুচিয়াছৰ জীৱনৰ বোধহয় এই পাঁচোটা বছৰেই আটাইতকৈ মূল্যবান সময় আৰু এই পাঁচবছৰৰ ভিতৰত জগতবাসীক তেওঁ যি দান দি গ'ল সি অমূল্য। জীৱনৰ বহুমুখী অভিজ্ঞতা সংগ্ৰহ কৰি শিষ্যসকলক দিয়া উপদেশ আৰু শিক্ষা শিষ্যসকলে লিপিবদ্ধ কৰিছিল আৰু বহুকাল ধৰি চীনৰ সাংস্কৃতিক জীৱন এই শিক্ষাই নিয়ন্ত্ৰিত কৰিছিল। এই কালছোৱাতে কনফুচিয়াছে চুন চিউ কিং বা বসন্ত আৰু শৰৎ নামদি লু প্ৰদেশৰ ২৪২ বছৰৰ এখন ইতিহাস লিখে আৰু চীনদেশৰ কবিতাৱলী লিপিবদ্ধ কৰে। চুন চিউ কিং নামৰ ইতিহাস খনেই কনফুচিয়াছৰ মৌলিক ৰচনা। এই ইতিহাস সম্বন্ধে

কনফুচিয়াছে নিজেই কৈছিল যে মানুহে তেওঁক এই ইতিহাস খনৰ কাৰণেই জানিব আৰু এই ইতিহাসখনৰ কাৰণেই মানুহে তেওঁক নিন্দা কৰিব। এই ইতিহাসখন চীনদেশৰ সুদীৰ্ঘ কাল এছোৱাৰ দুখ দৈন্য আৰু নিৰ্য্যাতনৰ করুণ কাহিনী। যদি কনফুচিয়াছক আৰু তেওঁৰ ব্যক্তিত্ব অন্য উপায়েৰে জানিব পৰা নগলহেতেন আৰু যদি এই ইতিহাস খনৰ ভিত্তিতে মাত্ৰ তেওঁক বিচাৰ কৰা গলহেতেন তেন্তে সঁচাকৈয়ে কনফুচিয়াছক জগতে নিন্দাহে কৰিলেহেতেন। যদিও এই পুথিখন চীনৰ প্ৰাচীন সাহিত্যৰ আপুৰুগীয়া বিভূতি—ই ইতিহাস হিচাপে মূল্যহীন। কনফুচিয়াছৰ মহত্ব তেওঁৰ ৰচিত পুথি চুন চিউ কিণ্ডৰে বিচাৰ কৰিব নোৱাৰি। তেওঁৰ মহত্ব বিচাৰ কৰিব লাগে চীনদেশৰ ওপৰত বিস্তাৰ কৰা তেওঁৰ প্ৰভাৱৰ দ্বাৰাহে। যুগ যুগ ধৰি কনফুচিয়াছৰ আবিৰ্ভাবৰ পৰা আজিলৈকে চীন-দেশত কনফুচিয়াছৰ প্ৰভাৱ অপ্ৰত্যাহত হৈ আছে।

কনফুচিয়াছে আশা কৰিছিল যে তেওঁৰ পুথিৰ জৰিয়তে তেওঁৰ আদৰ্শ আৰু চিন্তাধাৰা সমগ্ৰ চীনতে জনাজাত হব আৰু তেওঁৰ অবৰ্ত্তমানেও শিষ্যসকলে এই পুথিকে আশ্ৰয় কৰি তেওঁৰ শিক্ষা প্ৰচাৰ কৰিব পাৰিব। শিষ্যসকলৰ ভিতৰত কেইগৰাকী মান অতি তীক্ষ্ণবুদ্ধিৰ লোক আছিল আৰু তেওঁলোকৰ লগত নানা সমস্যাৰ আলোচনা কৰি দিনৰ ভালেখিনি সময় কটাই-ছিল। কনফুচিয়াছ প্ৰধানতঃ আছিল এজন শিক্ষক আৰু তেওঁ শিক্ষাৰ আজেদি প্ৰচাৰ কৰিছিল তেওঁৰ ৰাজনৈতিক মতবাদ

আৰু নৈতিক আদৰ্শ। ঐতিহ্যক তেওঁ বৰ আদৰ কৰিছিল আৰু প্ৰাচীন ৰীতি-নীতি, ধৰ্ম্ম, সমাজ-ব্যৱস্থা কোনোটোকে উলাই নকৰিছিল। বৰং তেওঁ সেই আটাইবোৰকে অধ্যয়ন কৰি তাৰ যৌক্তিকতা বিচাৰ কৰিছিল আৰু নতুন ৰূপত সজাই পৰাই প্ৰচাৰ কৰিছিল। গ্ৰীচ দেশৰ ছোফিষ্ট সকল আৰু চক্ৰেটিছৰ দৰে ওচৰলৈ শিক্ষালাভ কৰিবলৈ অহা সকলো লোকক তেওঁ শিক্ষা দিছিল। ছোফিষ্ট সকলৰ দৰে শিক্ষা-দানৰ বাবে তেওঁ পাৰিশ্ৰমিকো গ্ৰহণ কৰিছিল। শিক্ষাদান কাৰ্য্যটোক কনফুচিয়াছে এটা পুণ্যব্ৰত হিচাবে লৈছিল আৰু ৰাজ্যৰ হিত-চিন্তা কৰিব পৰা কেইজনমান লোকক উপযুক্ত শিক্ষা দি গঢ়ি তোলাটোৱেই তেওঁৰ শিক্ষাদানৰ উদ্দেশ্য আছিল।

অকল ৰাজনৈতিক সমস্যাই নহয়, শিক্ষা, শিক্ষাৰ প্ৰয়োজন, জ্ঞান আদি বিষয় আলোচনা কৰিও কনফুচিয়াছে বৰ আমোদ পাইছিল। জগতত প্ৰকৃত জ্ঞানেই আছিল তেওঁৰ মতে উৎকৃষ্ট সম্পদ।

এদিন এজন শিষ্যই তেওঁক সুধিছিল—"পঢ়াশুনা কৰা সকলোৱে কাৰণে উপকাৰী নে ? ই সকলোৱে কামত আহেনে ?"

কনফুচিয়াছে উত্তৰ দিছিল— 'তিনি বছৰ কাল মাত্ৰ অধ্যয়ন কৰি কোনো উপকাৰ পোৱা নাই এনে লোক তুমি জগতত বিচাৰি নোপোৱা।"

আন এজন শিষ্যই সুধিলে—"মানুহে সকলো সময়তে আৰু যি কোনো বয়সতে শিক্ষালাভ কৰি উপকৃত হব পাৰেনে ?"

কনফুচিয়াছ—এৰা, মানুহে সকলো সময়তে শিক্ষা লাভ কৰিব পাৰে। কিন্তু বয়স কম থাকোতেই শিক্ষালাভ কৰিলে অধিক ফলৱতী হয়। শিক্ষা চৰিত্র-গঠনৰ উপায় আৰু কম বয়সতে শিক্ষালাভ কৰি মানুহে অধিককাল সৎ চৰিত্ৰবান হৈ জীৱন নিয়াব পাৰে।

শিষ্য—কোনো মানুহক সকলো ওচৰচুবুৰীয়াই ভালপোৱা ভালনে ?

কনফুচিয়াছ—ভাল নহয়।

শিষ্য—তেন্তে কোনো মানুহক সকলো ওচৰচুবুৰিয়াই ঘিণ কৰা ভালনে ?

কনফুচিয়াছ—সিও ভাল নহয়। যদি এজন মানুহক ওচৰ-চুবুৰিয়াৰ ভাল মানুহ খিনিয়ে ভাল পায় আৰু বেয়া মানুহ খিনিয়ে ঘিণ কৰে তেহে ভাল।

শিষ্য—কোনো মানুহে দোষ কৰিলে তাৰ বেয়া কামৰ পৰিশোধ ভাল কামেৰে কৰা ভাল বা উচিত নে ?

কনফুচিয়াছ—কেতিয়াও ভাল নহয়। তুমি যদি বেয়া কামৰ প্ৰতিদান ভাল কামেৰে দিয়া তেন্তে ভাল কামৰ প্ৰতিদান কিহেৰে দিবা ? ভাল কামৰ প্ৰতিদান ভাল কামেৰে দিবা আৰু দোষীজনক দণ্ডবিধান কৰিবা। দোষৰ দণ্ডই সমুচিত প্ৰতিদান।

মানুহে সমাজত কিদৰে জীৱন যাপন কৰিব লাগে, কি শিক্ষা আহৰণ কৰিব লাগে, সংসাৰত সৎ হবলৈ কি কৰিব

লাগে—এনে ধৰণৰ প্ৰশ্নৰ সম্যক উত্তৰ কনফুচিয়াছৰ সদায় জিভাৰ আগতে আছিল। এনে ধৰণৰ সমস্যাৰ আলোচনাত তেওঁৰ সমিধান স্পষ্ট আৰু দৃঢ় আছিল আৰু তাৰ বাবে তেওঁৰ বিশেষ চিন্তা কৰিবৰ প্ৰয়োজন নাছিল। কনফুচিয়াছৰ গোটেই জীৱনটোৱেই এই ধৰণৰ প্ৰশ্নসমূহৰ মূৰ্ত্ত আৰু জ্বলন্ত উত্তৰ আছিল। কিন্তু আনুস্থানিক ধৰ্ম্ম, ক্ৰিয়াকাণ্ড, ঈশ্বৰ, স্বৰ্গ, নৰক, পূৰ্ব্বজন্ম, পৰজন্ম, জন্মান্তৰ ইত্যাদি ধৰণৰ বিষয়বোৰৰ আলোচনাত তেওঁৰ বৰ উৎসাহ নাছিল আৰু এনে বিষয়ৰ প্ৰশ্নৰ তেওঁ পোনপটীয়া উত্তৰ নিদিছিল।

এদিন এজন শিষ্যই কনফুচিয়াছক মৃত্যুৰ পিচত আকৌ জীৱৰ জন্ম হয় নেকি সুধিছিল। তাৰ উত্তৰত কনফুচিয়াছে কৈছিল—"এই জীৱনৰ কথাই আমি জানিব পৰা নাই, মৃত্যুৰ পিচৰ কথা কেনেকৈ জানিবা?" ইয়াৰ বেছি তেওঁ একো নকৈছিল।

এজন শিষ্যই এদিন কনফুচিয়াছক সুধিছিল—"প্ৰভু আপুনি কবিতাৰ আলোচনা প্ৰসঙ্গত সদায় প্ৰেমৰ কথা কয়। প্ৰেম কি বস্তু?" কনফুচিয়াছে কৈছিল—"সমগ্ৰ মনুষ্যজাতিক ভাল-পোৱাই প্ৰেম।" শিষ্যজনে অলপ বহলাই ভালকৈ বুজাই দিবলৈ কোৱাত কনফুচিয়াছে কৈছিল, "কাম্যবস্তু পোৱাতকৈ কাম্যবস্তু পাবৰ কাৰণে কৰা প্ৰচেষ্টাক বেছি প্ৰেয় বুলি ধৰি লোৱাই প্ৰেম। কোনো এটা বস্তু পাবলৈ কৰা কামত আনন্দ আছে কিন্তু যি আনন্দ শেষত পাব লগা বস্তুৰ কাৰণে বা লক্ষ্যত

উপনীত হোৱাৰ কাৰণে নহয়, যি আনন্দ কেৱল কাম কৰাৰ কাৰণেই পোৱা যায় সেই আনন্দই প্ৰেম। এই জীৱনতেই হওক বা ইয়াৰ পিচৰ জন্মতেই ফল পাবা বুলি যদি কাম কৰা তেন্তে সেই কামৰ কাৰণে পোৱা আনন্দ প্ৰেম নহয়। ভাল কাম ভাল বুলি কৰাৰ কাৰণেই যি আনন্দ সেই আনন্দই প্ৰেম। প্ৰেমেই প্ৰেমৰ ফল। প্ৰেমেই প্ৰেমৰ লক্ষ্য, ই আন কিবা পোৱাৰ সহায়ক বা উপায় নহয়। প্ৰেমে সকলো বস্তুকে সুন্দৰ কৰি তোলে। প্ৰেমেই শান্তি আনয়ন কৰে। য'ত প্ৰেমৰ অস্তিত্ব সন্দিহান হৈ উঠে তেনেকুৱা পৰিস্থিতিত সৈন্য-বাহিনীৰ প্ৰচণ্ড প্ৰতাপৰ আগতো সেও নহবা। বাছাহঁত, এই কথা সদায় মনত ৰাখিবা।"

অলপ সময় টলকামাৰি ভাবি আকৌ কলে—"যাৰ হিয়াত প্ৰেমৰ সঞ্চাৰ হৈছে সি কেতিয়াও বেয়া কাম কৰিব নোৱাৰে।"

কনফুচিয়াছৰ বয়স ক্ৰমে ভাটি দি আহিল। বুঢ়াকালতো তেওঁ আৰম্ভ কৰা পুথি কেইখন সমাপ্ত কৰিবলৈ যথেষ্ট খাটিব লগা হৈছিল আৰু সেই কামতে সম্পূৰ্ণকৈ আত্মনিয়োগ কৰিছিল। তাৰ মাজতো চীনদেশৰ দাৰিদ্ৰ্য আৰু দৈন্যই তেওঁৰ মনত বৰ কষ্ট দিছিল। কনফুচিয়াছৰ সত্তৰ বছৰ পুৰ হোৱাৰ লগে লগেই তেওঁৰ পুতেক লে মৃত্যুমুখত পৰে। বিদেশত ভ্ৰমি থাকোঁতেই ঘৈণীয়েক ঢুকায়। পুতেকৰ শোক পাহাৰৰলৈ নৌ পাওঁতেই তেওঁৰ অতি প্ৰিয় শিষ্য এজনেও ইহধাম ত্যাগ কৰে।

এনে ওপৰা-উপৰিকৈ হোৱা সাংসাৰিক দুৰ্য্যোগেও তেওঁৰ অন্তৰত আঘাত দিছিল।

লেৰ কেইহ্‌ নামে এটি লৰা আছিল। কেইহ্‌ বহুত বিষয়ত ককাদেউতাক কনফুচিয়াছৰ লগত মিলিছিল। কেইহ্‌ সদায় কনফুচিয়াছৰ লগত থাকিছিল আৰু তেওঁৰ ওচৰত পঢ়া-শুনা কৰিছিল। নাতিয়েকক লগত ৰাখি পঢ়াই শুনাই কনফুচিয়াছে আনন্দ পাইছিল।

এদিনাখন বুঢ়া কনফুচিয়াছে চুন চিউ কিং বা 'বসন্ত আৰু শৰৎ' বোলা ইতিহাসৰ কিতাপখন লিখাত ব্যস্ত আছিল। কেইহ্‌ মনে মনে সেই কোঠাটোলৈ সোমাই আহিল আৰু যাতে বুঢ়াৰ কামত ব্যাঘাত নঘটে তালৈ লক্ষ্য ৰাখি সাৰিসুৰা নোহোৱাকৈ বৈ থাকিল। কনফুচিয়াছে মূৰ নদঙাকৈ কিছু সময় কাম কৰি থাকি মাজতে এবাৰ ৰ'ল আৰু এটা দীঘল হুমুনিয়াহ পেলালে।

কেইহ্‌ তেতিয়া অতি সন্তৰ্পণে কনফুচিয়াছৰ ওচৰলৈ গৈ সুধিলে—"ককাদেউতা, আপুনি কিয় বেজাৰ মনেৰে হুমুনিয়াহ পেলাই থাকে? আপোনাৰ সতি সন্ততি বিলাক অপদাৰ্থ হোৱা বাবেই নেকি? নে আপুনি সন্মান আৰু শ্ৰদ্ধা কৰি থকা আপোনাৰ আগেয়ে যিসকল মহান ব্যক্তিয়ে জন্মলাভ কৰি জগতত অমৰ হৈ গৈছে সেইসকলৰ তুলনাত আপোনাক নিজকে নিজে বৰ সৰু সৰু লাগিছে?"

কথা কেইষাৰ শুনি কনফুচিয়াছ আসনৰ পৰা উঠিল আৰু

অলপ আচৰিত হোৱাৰ দৰে হৈ নাতিয়েকৰ ওচৰলৈ আহি মৰমেৰে পিঠিত হাত বুলাই সুধিলে—"বাছা, মোৰ অন্তৰৰ কথা তই কেনেকৈ জানিলি ?"

কেইহে উত্তৰ দিলে—"কেলৈ, আপুনি দেখোন প্ৰায়েই কোৱা শুনো যে যেতিয়া বাপেকে হাবি জঙ্গল কাটি কাঠ উলিয়াই কালি ছিৰি খৰি ঠিকঠাক কৰি থয় তেতিয়া যদি পুতেকে সেই বোজাটোও কঢ়িয়াই নিব নোৱাৰে তেন্তে নিশ্চয় সেই পুতেক অপদাৰ্থ। আপুনি কোৱা এই কথাফাঁকি সদায় মোৰ মনত বাজি থাকে আৰু মোৰ অন্তৰত এটা ভয় হৈছে জানোচা আপোনাৰ অসম্পন্ন কামখিনিৰ ভাৰ বহন কৰিবলৈ অক্ষম হৈ আপোনাৰ অপদাৰ্থ সন্ততি বুলি প্ৰমাণিত কৰো।"

নাতিয়েকৰ কথাখিনি শুনি কনফুচিয়াছে বৰ আনন্দ পালে আৰু এটা তৃপ্তিৰ হাঁহি মাৰি কলে "বাছা, মোৰ অন্তৰত এতিয়া কোনো বেজাৰ বা আশঙ্কা নাই। মোৰ শিকোৱা কথাবোৰ বাকৰণিত নপৰে। মোৰ শিক্ষা বাচি থাকিব আৰু সময়ত ঠন ধৰি উঠিব।"

নাতিয়েক কেইহৰ পিঠিত থপৰিয়াই মৰম কৰি কনফুচিয়াছ আকৌ তেওঁৰ লিখা ঠাইত বহিল গৈ। অলপ সময় ভাবি থাকি কেইহকে তেওঁৰ ওচৰত বহিবলৈ মাতিলে। কেইহ তেওঁৰ ওচৰত বহিল। কনফুচিয়াছে লাহে লাহে নাতিয়েকক কব ধৰিলে—"বাছা, প্ৰত্যেক নগৰতে মোৰ নিচিনা বুদ্ধিবৃত্তি থকা ঢেৰ মানুহ আছে। কিন্তু মোক কোনো এটা বিষয়ে

কিবা সুধিলে মই সেই বিষয়টো পৰিষ্কাৰকৈ সুবুজালৈকে সেই বিষয়ে সকলো আঁতিগুৰি মাৰি বিশ্লেষণ কৰোঁ। মোৰ নিচিনা জ্ঞানী মানুহো বহুত আছে কিন্তু বহুতৰে শিক্ষাৰ প্ৰতি আগ্ৰহ নাই আৰু কমৰেহে শিক্ষাৰ প্ৰতি আসক্তি আছে।"

"বাৰু কচোন, এজন মানুহক কেতিয়া ধনুৰ্বিদ্যাত পাৰ্গত বুলিব পাৰি ?" কথাখিনি কৈ আঁতাই কনফুচিয়াছে এই প্ৰশ্নটো কৰি ন্যাতিয়েকৰ মুখলৈ চালে।

কেইহে উত্তৰ দিলে "যেতিয়া মানুহটোৰ লক্ষ্য স্থিৰ হয় বা হাত ঠিক হয়।"

"শিক্ষা সম্পৰ্কেও সেই একেই কথা।" কনফুচিয়াছে কবলৈ ধৰিলে। "লক্ষ্যবস্তুটো ভেদ কৰিব পাৰিলেনে নাই ধনুৰ্বিদ্যাৰ পাৰ্গতালিত সি আচল কথা নহয়। আচল কথা হ'ল তাৰ লক্ষ্য স্থিৰ হৈছে নে নাই। সেইদৰে মানুহৰ শিক্ষা সম্পৰ্কেও সজ আচৰণ, সাধুতা, সম্যক জ্ঞান যাৰ লক্ষ্যত আছে আৰু যাৰ লক্ষ্য এই কথা কেইটাৰ প্ৰতি স্থিৰ হৈছে তাকেইহে শিক্ষা পোৱা বুলিব লাগে। শিক্ষা অনুশীলন কৰা কালত অতি সদায় বৰ্জ্জনীয়। গন্তব্য স্থানলৈ যাব নোৱাৰাটো বেয়া। আনপিনে আকৌ গন্তব্যস্থান অতিক্ৰম কৰি যোৱাটোও ভাল নহয়। যি সকল দুইপিনৰে অতিমাত্ৰা বৰ্জ্জন কৰি মধ্যপন্থা অবলম্বন কৰে তেওঁলোকহে প্ৰকৃত শিক্ষা পাইছে।"

কেইহে প্ৰশ্ন কৰিলে—"কিন্তু এজন মানুহে যিমানখিনি পৰ্য্যন্ত যাব লাগে সেইখিনিহে গৈছে, তাতকৈ বেঁচি যোৱা

নাই তাক কেনেকৈ জানিব ? মানুহে সৎজীৱন যাপন কৰিবলৈ কি কৰিব লাগে ?”

কনফুচিয়াছে উত্তৰ দিলে—“ন্যায়পৰায়ণ হবি, পোৱা বস্তুত সন্তুষ্ট থাকিবি, সকলোকে ভাল পাবলৈ শিকিবি, প্ৰেমৰ অনুশীলন কৰিবি, কলাবিদ্যাৰ চৰ্চ্চা কৰিবি। এইমতে চলিলে মানুহে সৎজীৱন নিয়াব পাৰে। এয়ে সজ-জীৱনৰ উপায়।”

যদিও কেইহে পঢ়াশুনা যথেষ্ট কৰিছিল তথাপি বুঢ়া ককা-দেউতাকৰ কথাখিনি লগে লগে ভালকৈ বুজি নাপালে আৰু বুজিবলৈ চেষ্টা কৰি লাহে লাহে আবৃত্তি কৰিবলৈ ধৰিলে —ন্যায়পৰায়ণতা, সন্তুষ্টি, প্ৰেম, কলাবিদ্যাৰ চৰ্চ্চা।

কেইহে বাৰে বাৰে আবৃত্তি কৰি থকা দেখি কনফুচিয়াছে কলে—“এৰা এই কথাকেইটা দকৈ চিন্তা কৰিবি। বাছা, এতিয়া যা, মই অলপ কাম কৰো।” কেইহ সেই কথাকেইটা আওৰাই আওৰাই ওলাই গ’ল আৰু বুঢ়া লিখাত লাগিল।

কনফুচিয়াছে কিন্তু আৰু সৰহদিন কাম কৰিব নাপালে। খৃঃ পূঃ ৪৭৮ চনত দাৰ্শনিক, শিক্ষক, ৰাজনীতিজ্ঞ আৰু ঋষি কনফুচিয়াছে ৭৩ বছৰ বয়সত ইহলীলা সম্বৰণ কৰিলে।

কনফুচিয়াছৰ মৃত্যুৰ বাতৰি গোটেই চীনসাম্ৰাজ্যতে বিষাদৰ ছাঁ পেলালে। যিবিলাক ৰজা বা শাসকসকলে জীৱিত কালত কনফুচিয়াছৰ অনুৰোধ, উপদেশ উপেক্ষা কৰি অবজ্ঞা কৰিছিল সেই সকলেও এই মহৰ্ষিৰ প্ৰতি শ্ৰদ্ধাঞ্জলি দিবলৈ লু ভৰি পৰিল। কনফুচিয়াছৰ মৃত্যুত শিষ্যসকলে সুদীৰ্ঘ তিনিবছৰ

অশৌচ পালন কৰিছিল। অনুগত শিষ্যসকলৰ কিছুমানে কনফুচিয়াছৰ কবৰৰ ওচৰতে সক সক পঁজা সাজি লৈ কনফুচিয়াছৰ বাণী লিপিবদ্ধ কৰিছিল আৰু গুৰুৰ পৰা পোৱা শিক্ষা চৰ্চ্চা কৰি লোকক অধ্যাপনা কৰি দিন নিয়াইছিল।

মহামতি কনফুচিয়াছে প্ৰায় আঢ়ৈহাজাৰ বছৰৰ আগতেএই জগতৰ পৰা মেলানি মাগিলে। কিন্তু অশৰীৰী কনফুচিয়াছ যুগ যুগ ধৰি চীনদেশৰ ঘৰে ঘৰে সজীৱ হৈ আছে। চীনৰ সাংস্কৃতিক জীৱনৰ মূলত ব্যৱহাৰিক দৃষ্টিভঙ্গীৰ যি বীজ কনফুচিয়াছে ৰোপণ কৰিছিল সি অঙ্কুৰিত হৈ মহাবৃক্ষত পৰিণত হৈছে আৰু চীনৰ সাহিত্য, সমাজ, দৰ্শন, ধৰ্ম্ম, নৈতিকতা, শিল্প, ভাস্কৰ্য্য সকলোকে এই মহাবৃক্ষৰ শীতল ছাঁই আৱৰি পেলাইছে। কনফুচিয়াছে প্ৰবৰ্ত্তন কৰা ব্যৱহাৰিক দৃষ্টি চীনৰ জনসাধাৰণৰ জীৱনগতিৰ নিয়ামক হিচাবেই প্ৰভাব বিস্তাৰ কৰি আহিছে। কনফুচিয়াছৰ দৰ্শন আৰু প্ৰবচন গোটেই জগতৰে আদৰৰ বস্তু।

---

# চীনৰ দাৰ্শনিক পটভূমি আৰু কনফুচিয়াছ

চীনা দৰ্শন সাধাৰণতঃ বাস্তৱধৰ্ম্মী। ব্যৱহাৰিক জীৱনত, ৰাজনীতিত বা সমাজনীতিত পোনপটীয়াভাৱে প্ৰভাৱ বিস্তাৰ কৰিব নোৱাৰা সৃষ্টিতত্ত্ব বা ঈশ্বৰতত্ত্বৰ সূক্ষ্মতাত্ত্বিক চিন্তাধাৰাই চীনৰ দৰ্শনত বিশেষ স্থান পোৱা নাছিল। নীতিশাস্ত্ৰ আৰু নৈতিক জীৱনৰ মান সম্বন্ধীয় আলোচনাই আবহমান কালৰ পৰাই বৰ্ত্তমানলৈকে চীনদেশৰ দাৰ্শনিক চিন্তাধাৰাত প্ৰাধান্য আৰু গুৰুত্ব লাভ কৰি আহিছে। মানুহেই মানুহৰ প্ৰধান জ্ঞাতব্য বিষয়—এইয়ে চীনদেশৰ দাৰ্শনিক চিন্তাধাৰাৰ মূলনীতি। আধ্যাত্মিক, পাৰলৌকিক বা অতীন্দ্ৰিয় জগতৰ চিন্তাতকৈ ইহজগতত মানুহে মানুহ হিচাপে চলিব শিকিবলৈ ব্যৱহাৰিক নীতিবিজ্ঞানৰ চিন্তা আৰু আলোচনাতহে অধিক মনোনিবেশ কৰিছিল। চীনাসকলৰ মতে বিশ্বব্ৰহ্মাণ্ডও নৈতিক নীতিৰেই মূৰ্ত্ত বিকাশ মাথোন। এই নীতিৰ প্ৰেৰণা আৰু অনুশাসনতেই নৈসৰ্গিক জগতৰ সকলো বিভূতি নিজ নিজ কৰ্ত্তব্য পালন কৰি চলি আছে। মানব জগততো নৈতিক পথৰ অন্বেষণ আৰু নিৰ্দ্ধাৰণ বা কোন পথেৰে চলিলে মানুহে বিশ্ব আৰু মানবৰ কল্যাণ সাধনৰ পথত আগুৱাই যাব পাৰিব, এইয়ে চীনা দৰ্শনৰ মূল আলোচ্য বিষয়। দাৰ্শনিক যুক্তি যিমানেই সূক্ষ্ম নহওক, বা কল্পনা যিমানেই উচ্চ নহওক, চীনা দাৰ্শনিকসকলে

এই জগত আৰু জগতবাসী মানবৰ কল্যাণকামী নৈতিক সূত্ৰক কেতিয়াও আওকাণ কৰা নাই। তেওঁলোকৰ দৰ্শনত সদায় এটা জাগতিক দৃষ্টি আছে আৰু দাৰ্শনিক চিন্তাত যিমানেই উচ্চলৈ নাযাওক ব্যৱহাৰিক জগতখন তেওঁলোকৰ দৃষ্টিৰ কেতিয়াও আঁৰ হোৱা নাই।

চীনদেশৰ মহান দাৰ্শনিকসকলৰ ভিতৰত লাওৎছেই প্ৰথম দাৰ্শনিক। লাওৎছে খৃঃ পূঃ ৫৯০ চন মানত জন্ম গ্ৰহণ কৰে। লাওৎছেৰ জীৱনী সম্বন্ধে বিশেষ একো জনা নাযায়। ছাও জিলাৰ অন্তৰ্গত কেউইহজিন গাৱঁত লাওৎছেৰ জন্ম হয়। তেওঁৰ পিতাক লি বৰ দুখীয়া মানুহ আছিল। সৰুতে লাওৎছেৰ নাম আছিল লি-পেহ-য়াঙ। তেওঁ ডেকা কালতে লো-ইয়াঙ নগৰৰ সাম্ৰাজ্যিক পুথিভঁড়ালৰ অধ্যক্ষৰ পদ লয় আৰু বহুবছৰ এই পদতে থাকে।

সাম্ৰাজ্যিক পুথিভঁড়ালত কাম কৰি থকা সময়ছোৱাত লি পেহ য়াঙে চীনদেশৰ গ্ৰন্থৰাজি অধ্যয়ন কৰিবলৈ সুবিধা পায় আৰু খৰচি মাৰি পঢ়ে। পিচত যেতিয়া তেওঁ দৰ্শন আৰু ধৰ্ম্ম সম্পৰ্কে তেওঁৰ মতবাদ প্ৰকাশ কৰিব ধৰিলে তেওঁ সকলোৰে শ্ৰদ্ধাভাজন আৰু প্ৰশংসাৰ পাত্ৰ হৈ পৰিল। তেতিয়া তেওঁৰ গুণমুগ্ধ মানুহবিলাকে তেওঁক লাওৎছে বা বুঢ়া দাৰ্শনিক বুলিব ধৰিলে আৰু অৱশেষত তেওঁৰ সৰুকালিৰ নাম তলপৰি জগতত লাওৎছে নামেৰেই জনাজাত হ'ল। লাওৎছেৰ দাৰ্শনিক

মতবাদ প্ৰচাৰিত হবলৈ ধৰিলে আৰু তেওঁৰ যশস্যা বঢ়াৰ লগে লগে শিষ্যৰ সংখ্যাও বাঢ়িব ধৰিলে। তেতিয়াও লাওৎছে পুথিভড়ালৰ অধ্যক্ষ হৈয়েই আছিল আৰু বোধহয় সেইপদত জীৱনৰ শেষলৈকে থাকিলেহেঁতেন। কিন্তু ইতিমধ্যে লো-ইয়াঙ প্ৰদেশৰ শাসকসকল দিনে দিনে অত্যাচাৰী আৰু দুৰ্নীতিপৰায়ণ হৈ অহা দেখি খঙতে লাওৎছে সেইদেশ ত্যাগ কৰাকে থিৰ কৰিলে। তেতিয়া তেওঁ নব্বৈ বছৰীয়া বুঢ়া। দুৰ্নীতিপৰায়ণ আৰু স্বাৰ্থপৰ শাসকসকলৰ তলত চাকৰি কৰিবলৈ তেওঁৰ মনত ধিক্কাৰ জন্মিল আৰু পুথিভৰালৰ অধ্যক্ষ পদ নেওচা দি দেশ এৰি গুচি গ'ল।

যেতিয়া লাওৎছে সেইদেশৰ শেষ সীমাত উপস্থিত হ'লগৈ তেতিয়া সীমান্তৰখীয়া প্ৰহৰী এজনে তেওঁক চিনি পালে আৰু তেওঁক সীমান্ত পাৰ হৈ যাবলৈ এৰি নিদিলে। বুঢাৰ খঙ উঠাত সেই প্ৰহৰীজনে হাতযোৰ কৈ কলে,—"আপোনাৰ যশস্যা চাৰিওফালে ফাটিফুটি গৈছে। কিন্তু আপুনি আপোনাৰ মতবাদ সম্পৰ্কে আজিলৈকে কোনো পুথি ৰচনা কৰা নাই। যদি এতিয়া আপুনি আমাক এৰি যায় তেন্তে আমি আপোনাৰ বহুমূলীয়া শিক্ষাৰ পৰা চিৰ কাললৈ বঞ্চিত হম।" তেতিয়া লাওৎছে সেই প্ৰহৰীৰ অনুৰোধমতে তেওঁৰ শিক্ষাৰ বা মতবাদৰ অতি লাগতিয়াল কথাখিনি এখন মাত্ৰ পচিশ পিঠিয়া পুথিত লিখি দিলে আৰু সেইদেশ এৰি গুচি গ'ল। তাৰ পিচত লাওৎছে সম্বন্ধে কোনো কথা জনা নাযায়।

লাওৎছে লো-ইয়াঙ প্ৰদেশৰ সীমান্তৰ দ্বাৰত বহি লিখি থৈ যোৱা পচিশ পিঠীয়া পুথিখনেই তেওঁক অমৰ কৰি ৰাখিছে। এই কিতাপখনৰ নাম হৈছে 'তাও তেহ কিঙ' অৰ্থাৎ যুক্তি আৰু ধৰ্ম্মৰ পন্থা। হিউৱেনচাঙ অসমলৈ আহোঁতে ভাস্কৰ বৰ্ম্মণে তেওঁক চীনৰ বিখ্যাত কিতাপ এখন দিবলৈ কৈছিল আৰু হিউৱেনচাঙে হেনো ইয়াত সংস্কৃত শিকি গৈ লাওৎছেৰ এই বিখ্যাত তাও তেহ কিঙ নামৰ কিতাপখনকে সংস্কৃতলৈ অনুবাদ কৰি কামৰূপৰ ৰজা ভাস্কৰ বৰ্ম্মণলৈ পঠাই দিছিল। সেই পুথি অৱশ্যে আজিলৈকে উদ্ধাৰ হোৱা নাই।

লাওৎছে লিখা তাও তেহ কিঙ আকাৰত সৰু কিতাপ হলেও ই বিশ্বৰ এখন বহুমূলীয়া গ্ৰন্থ। এই পুথিখনকেই তাওবাদৰ মূল গ্ৰন্থ বুলি ধৰা হয় আৰু ইয়াৰ সাৰগৰ্ভ বচন বিলাকৰ টিকা টিপ্পনী বহুত পণ্ডিতে লিখি ইয়াক বুজিবলৈ চেষ্টা কৰিছে। তাওবাদ দৰ্শন আৰু তাওবাদ ব্যৱহাৰিক ধৰ্ম্ম হিচাপে দুটা বেলেগ বস্তুত পৰিণত হৈছিল।

লাওৎছে সেই যুগৰ স্বাধীন চিন্তাধাৰাৰ প্ৰতীক আৰু পথ-প্ৰদৰ্শক। মানুহৰ প্ৰকৃত উন্নতি কি আৰু উন্নতিলিপ্সু মানবৰ প্ৰকৃত পন্থা কি এয়ে আছিল তেওঁৰ প্ৰধান চিন্তা। এই পথক তেওঁ তাও বুলিছিল আৰু সেইকাৰণেই তেওঁৰ প্ৰচাৰিত দৰ্শন আৰু ধৰ্ম্মমতক তাওবাদ বোলা হয়।

লাওৎছে সেইসময়ত প্ৰচলিত মতবাদ আৰু ধৰ্ম্মানুষ্ঠান বিলাকৰ তীব্ৰ সমালোচনা কৰিছিল আৰু স্বাধীন চিন্তাৰে নতুন

মত প্ৰতিষ্ঠা কৰিছিল। লাওৎছেৰ দৰ্শনক এক হিচাবে একান্তবাদ বুলিব পাৰি। বিশ্বব্ৰহ্মাণ্ডৰ মূলত এটা অনিৰ্ব্বচনীয় সত্ত্বা আছে আৰু জাগতিক বা পৰিদৃশ্যমান জগতৰ বিভূতি সেই সত্ত্বাৰে বিভিন্ন বিকাশ মাথোন। কিন্তু এই মূল সত্ত্বা গুণাতীত আৰু নিৰ্ব্বিকল্প। "সকলো বস্তু সৎ বস্তুৰ পৰাই উদ্ভব হৈছে আৰু এই সৎ অসতৰ পৰা উৎপত্তি হৈছে।" এই অসৎসকলো জাগতিক বস্তুৰ মূল। "স্বৰ্গ, পৃথিবী আদিৰ উৎপত্তিৰ আগতে ই আছিল। ই এক, অপৰিণামী আৰু অবিকাৰী। ইয়াকে জগৎ প্ৰসৱিনী বুলিব পাৰি।" লাওৎছেৰ মতে এই জগৎ অসৎ অথচ সৎবস্তুৰ বিকাশ। এতেকে ই সতো নহয় অথচ অসতো নহয়। বেদান্তদৰ্শনৰ অনিৰ্ব্বচনীয় সত্ত্বাৰ লগত লাওৎছেৰ দৰ্শনৰ মূলনীতিৰ কিছু মিল দেখা যায়।

লাওৎছেৰ আদৰ্শ হৈছে প্ৰকৃতি। প্ৰকৃতি সৰল আৰু নিৰ্ম্মল। প্ৰকৃতিৰ সকলো বিভূতি বিশ্বব্ৰহ্মাণ্ডৰ অন্তৰালত থকা মূল নীতিৰ জাগতিক প্ৰকাশ। প্ৰকৃতিৰ পন্থাই প্ৰকৃত পথ। 'প্ৰকৃতিক অনুসৰণ কৰা' এইয়ে তেওঁৰ জীৱনদৰ্শনৰো আদৰ্শ। প্ৰকৃতিৰ সৰলতা, নিৰ্ম্মলতা আৰু নিৰপেক্ষতা গ্ৰহণ কৰি জগতত চলাই মানুহৰ জীৱনৰ চৰম আদৰ্শ। এতেকে তেওঁ বৰ্ত্তমান সভ্যতাৰ নামত বাহিৰৰ পৰা জাপি দিয়া বিধি-নিষেধপূৰ্ণ সামাজিক অনুষ্ঠানবিলাকত কোনো গুৰুত্ব নিদিছিল আৰু সেইবিলাক বিলোপ কৰিবলৈ ইচ্ছা কৰিছিল। মানুহে প্ৰৱৰ্ত্তন কৰা সামাজিক অনুষ্ঠান কেতিয়াও নিৰ্ভুল হব নোৱাৰে

আৰু গাৰ জোৰেৰে সেইবোৰ মানি চলিবলৈ মানুহক বাধ্য কৰিলে মানুহৰ কেতিয়াও প্ৰকৃত মনুষ্যত্বৰ বিকাশ হব নোৱাৰে। এই বিধিনিষেধবোৰে মানুহক যন্ত্ৰত পৰিণত কৰে আৰু ভিতৰৰ প্ৰকৃত মানুহটোক পঙ্গু কৰি পেলায়। "পঞ্চবৰ্ণই মানুহৰ দৃষ্টি অন্ধ কৰে, পঞ্চসুৰ সম্বলিত তথা-কথিত সঙ্গীতে মানুহৰ কৰ্ণ বধিৰ কৰে, পঞ্চৰসে মানুহৰ জিভা নষ্ট কৰে; ঘোৰা-খেল, জুৱাখেল আৰু মৃগয়াই মানুহক উন্মাদ কৰে, বহুমূলীয়া মণি-মুকুতাই মানুহৰ লোভ বঢ়ায় আৰু চৰিত্ৰৰ অধঃপতন কৰে।"... "যেতিয়া মানুহে সুন্দৰক সুন্দৰ বুলি উপলব্ধি কৰিব শিকে তেতিয়াই কুৎসিতৰ জ্ঞান জন্মে, যেতিয়া ভালক ভাল বুলি উপলব্ধি কৰে, তেতিয়াই বেয়াৰ অস্তিত্ব বোধগম্য হয়।" গতিকে এনে ধৰণৰ ভাল বেয়া, ন্যায় অন্যায়, সুন্দৰ কুৎসিত আদিৰ বিভেদ জ্ঞানে মানুহক প্ৰাকৃতিক সৰলতা আৰু শুদ্ধতাৰ পৰা বিমুখ কৰে আৰু মন কলুষিত কৰে। এই ভেদভাব মানুহৰ দুৰ্নীতিৰ কাৰণ নহলেও ই স্পষ্ট লক্ষণ। "যেতিয়াই প্ৰাকৃতিকতা আবৃত হৈ পৰে তেতিয়াই দয়া আৰু নৈতিকতাৰ কথা উঠে। যেতিয়া জ্ঞান, বুদ্ধি বিকশিত হয় তেতিয়াই মানুহৰ মনত ভণ্ডামী ঠাই পায়। যেতিয়া নৈসৰ্গিক সম্বন্ধ এৰি দিয়ে বা খাপ নোখোৱা হয় তেতিয়া আহি পৰে অপত্যস্নেহ, পিতৃভক্তি আদি অপ্ৰাকৃতিক সম্বন্ধ-স্বাপেক্ষতা। যেতিয়া এটা জাতি বা বংশ কুশাসন আৰু উশৃঙ্খলতাত পৰে তেতিয়া আবিষ্কৃত হয় ৰাজভক্তি বা আনুগত্য। গতিকে তথাকথিত

জ্ঞান অন্বেষণ ত্যাগ কৰা, বুদ্ধিৰ আশ্ৰয় এৰি দিয়া, দয়া মায়া বিসৰ্জ্জন দিয়া, ন্যায়বিচাৰ এৰি দিয়া, লোভ পৰিত্যাগ কৰা।”

প্ৰকৃতিৰ পথ নিষ্ক্ৰিয় পথ। এই নিষ্ক্ৰিয়তাৰ মাজেদি প্ৰকৃতিয়ে সকলো ৰক্ষা কৰি আহিছে, সকলো সুনিয়ন্ত্ৰিত হৈ সুকলমে চলি আছে, কতো আঁৰ লগা নাই। “জগতত যিমানেই বাধানিষেধ বাঢ়িব, জগতবাসী সিমানেই গৰীব হৈ যাব। মানুহে যিমানেই নতুন নতুন আবিষ্কাৰ কৰিব বা যন্ত্ৰপাতি তৈয়াৰ কৰিব ৰাজ্যত সিমানেই অশান্তি বাঢ়িব। মানুহৰ বুদ্ধিকৌশল যিমানেই বাঢ়িব প্ৰকৃতিৰ সৰল গতি সিমানেই বিপৰ্য্যস্ত হব। ৰাজ্যত যিমানেই আইন-কানুন প্ৰবৰ্ত্তন কৰিব, চোৰ ডকাইত বা আইন-ভঙ্গকাৰীৰ সংখ্যা সিমানেই বাঢ়িব। মানুহক মানুহে যিমানেই অবিশ্বাস কৰিব, বিশ্বাসঘাতকতাৰ নতুন নতুন পথ সিমানেই বাঢ়িব। গতিকে বিজ্ঞপুৰুষে কয়— মই নিষ্ক্ৰিয়তা অৱলম্বন কৰিম আৰু মানুহ আপোনা-আপুনি সংস্কৃত হব। মই শান্তি আৰু নিৰ্জ্জনতা ভাল পাওঁ, মানুহ নিজে নিজে ন্যায়পৰায়ণ হব। মই কোনো নীতি প্ৰবৰ্ত্তন নকৰো, মানুহ স্বাভাবিকতে সমৃদ্ধিশালী হব। মই কোনো আকাঙ্ক্ষা নকৰো, মানুহ নিজে নিজে সৰল হব। প্ৰকৃতি কাকো হকা-বাধা নকৰে, কাকো জোৰ নকৰে, কিন্তু প্ৰাকৃতিক জগতত কোনো বস্তু নোহোৱাকৈ নাথাকে আৰু কোনো কাম অকৃত হৈ পৰি নাথাকে।” এই উদ্ধৃতিৰ পৰাই লাওৎছেৰ জীৱনদৰ্শনৰ আভাষ পোৱা যায়।

যদিও লাওৎছে এনে ধৰণৰ নিষ্ক্ৰিয়তাবাদ প্ৰচাৰ কৰিছিল তথাপি তেওঁৰ প্ৰচাৰিত তথ্যবোৰে পিচৰ দাৰ্শনিক সকলক চিন্তাৰ সমল যোগাইছিল। কাল আৰু আবৰ্ত্তন সম্বন্ধে তেওঁৰ তথ্য মন কৰিবলগীয়া। "কালৰ পম খেদি যোৱা, তুমি কেতিয়াও তাৰ আদি নোপোৱা। ইয়াক অনুসৰণ কৰা, তুমি ইয়াৰ অন্ত নেদেখা। ভূতকালৰ সংঘটিত ঘটনাবলীৰে বৰ্ত্তমান নিৰীক্ষণ কৰা, তেতিয়া এই জাগতিক বস্তুবোৰৰ আৰম্ভণ আৰু স্থিতি বুজিব পাৰিবা। এইটোকে তাও বুজিবলৈ সঙ্কেত হিচাবে লবা।" বিশ্বৰ সকলো বস্তু বিৰাট শূন্য নাইবা অসতৰ পৰা উৎপত্তি হৈছে এই তথ্য লৈ লাওৎছে পৰিণাম বা আবৰ্ত্তন অসতৰ পৰা উদ্ভাসিত সংবস্তু বিলাকৰ বিকাশ বুলি ধৰিছিল। একৰ পৰা বহু, সৰলৰ পৰা জটিল, সহজৰ পৰা কঠোৰ এই আবৰ্ত্তনৰ পৰিণতি।

প্ৰমাণ বা জ্ঞান-বিজ্ঞান সম্বন্ধে লাওৎছে কৈছিল যে জ্ঞান, বিদ্যা, বুদ্ধি আদিৰ অন্বেষণ বা উৎকৰ্ষণৰ দ্বাৰা মানুহে জীৱন-দৰ্শৰ প্ৰকৃত পথত উপনীত হব নোৱাৰে। আমি যাক জ্ঞান বা বিজ্ঞান বোলো সি প্ৰকৃততে সসীম বিদ্যাবুদ্ধি বিশিষ্ট মানুহৰ অভিজ্ঞতাৰ ফল মাথোন। এই অভিজ্ঞতাত অবাধিতত্ব নাই, বৰং দেশ কাল ভেদে এই অভিজ্ঞতাৰ পৰস্পৰ বিৰোধ দেখা যায়। গতিকে ই প্ৰকৃত জ্ঞান হব নোৱাৰে। এই জ্ঞানে মানুহক জীৱনৰ চৰম আদৰ্শৰ সন্ধান দিব নোৱাৰে। এই জ্ঞানৰ ওপৰত জীৱনৰ চৰম আদৰ্শ নিৰ্দ্ধাৰণ কৰিবলৈ গলে ই

পৰস্পৰ বিৰোধী হব আৰু যুগে যুগে মানুহৰ ৰুচিভেদে ই সদায় পৰিবৰ্ত্তন হৈ থাকিব। এনে পৰিবৰ্ত্তনশীল আদৰ্শ চৰম আদৰ্শ হব নোৱাৰে। এতেকে মানুহে প্ৰকৃত পথৰ সন্ধান প্ৰকৃতিৰ গতিবিধি নিৰীক্ষণ কৰিহে পাব পাৰে আৰু প্ৰকৃতিক একান্তভাৱে অনুসৰণ কৰাই এই পন্থা।

লাওৎছেৰ প্ৰচাৰিত তথ্য-পাতি সমন্বয় কৰি প্ৰকৃত দাৰ্শনিক ৰূপ দিলে তেওঁৰ শিষ্য চুয়াংছে। চীনাসকলৰ জীৱনত তাওবাদে গভীৰ প্ৰভাৱ বিস্তাৰ কৰিছে আৰু লাওৎছেৰ এই তাওবাদে প্ৰকৃততে চুয়াংছে দিয়া ৰূপহে। চুয়াংছে খ্ৰীঃ পূঃ চতুৰ্থ শতাব্দীৰ শেষ ভাগত জন্ম গ্ৰহণ কৰে। এইজনা দাৰ্শনিকে তাওবাদৰ প্ৰধান প্ৰচাৰক। লাওৎছে উন্মুকিয়াই যোৱা সমস্তবিলাকৰ চুয়াংছে বিস্তৃতভাৱে আলোচনা কৰিছে আৰু যুক্তিৰে প্ৰতিপাদন কৰিছে। লাওৎছেৰ বাণীসমূহ অস্পষ্ট আৰু বহুত সময়ত দুৰ্ব্বোধ্য আছিল। চুয়াংছে সেই-বোৰ সহজ সৰল কৰি প্ৰচাৰ কৰিছিল। লাওৎছে আছিল যেনিবা সূত্ৰকাৰ আৰু তাৰ ভাষ্য লিখিছিল চুয়াংছে।

চুয়াংছে লাওৎছেৰ বাণীসমূহ সমন্বয় কৰি প্ৰণালীবদ্ধ দৰ্শনৰ ৰূপ দিছিল যদিও তাৰ মাজেৰেই তেওঁৰ নিজা মতবাদো প্ৰচাৰ কৰিছিল। কোনো কোনো বিষয়ত চুয়াংছেৰ মত গুৰুৰ লগত নিমিলিছিল। জাগতিক বাধা-নিষেধ অতিক্ৰম কৰি অপ্ৰতি-বন্ধক ভাবে মানুহে কেনেকৈ চৰম উৎকৰ্ষ সাধন কৰিব পাৰে

তাৰ চিন্তাত মনোনিবেশ কৰিছিল দাৰ্শনিক লাওৎছে। তেওঁ মানুহক প্ৰকৃত পথৰ সন্ধান দিছিল প্ৰকৃতিক আদৰ্শ হিচাবে লৈ প্ৰাকৃতিক নিয়ম মানি চলিবলৈ। কিন্তু চুয়াংছেৰ চিন্তা এই জগতৰ আবেষ্টনীত সীমাবদ্ধ হৈ নাছিল। ইহজীৱনৰ মূলত থকা পাৰলৌকিক তথ্য বিশ্লেষণ কৰি তাওবাদ স্থাপন কৰিছিল আৰু তাক অতীন্দ্ৰিয় দৰ্শনৰ ৰূপ দিছিল। ঐহিক জগতৰ শৃঙ্খলা ৰক্ষা লাওৎছেৰ দৰ্শনৰ মূল সমস্যা আছিল আৰু চুয়াংছেৰ দৰ্শনত আছিল বিশ্বব্ৰহ্মাণ্ডৰ মূলত প্ৰতিস্থিত সত্বাৰ অন্বেষণৰ প্ৰচেষ্টা। লাওৎছেৰ দৰ্শনত ইয়াৰ নিৰ্দ্দেশ আছিল যদিও সমাধানৰ প্ৰচেষ্টা নাছিল।

চুয়াংছেৰ মতে জগতত শাশ্বত ঐকান্তিক সত্য বা ঐকান্তিক নৈতিকতা বুলি একো বস্তু থাকিব নোৱাৰে। সত্য, নৈতিকতা সকলো আপেক্ষিক। সত্য, অসত্য, ভাল, বেয়া, ন্যায়, অন্যায় সকলো আপেক্ষিক। য'ত ভাল-বেয়াৰ, ন্যায়-অন্যায়ৰ ভেদ আছে বা প্ৰতীয়মান হৈছে সেই জ্ঞান প্ৰকৃত দাৰ্শনিক জ্ঞান বা প্ৰজ্ঞা হব নোৱাৰে। সকলো বস্তুৰ সমন্বয়ৰ মাজেদিহে প্ৰকৃত প্ৰজ্ঞা উদয় হব পাৰে। চুয়াংছেৰ অনেকান্তবাদ আমাৰ জৈন দৰ্শনৰ স্যাদবাদৰ দৰেই সহিষ্ণু।

চুয়াংছেৰ মতে তাও হৈছে বিশ্বব্ৰহ্মাণ্ডৰ মূলত অধিস্থিত বিৰাট সত্বা আৰু এই সত্বাৰ পৰাই জগৎপ্ৰপঞ্চৰ উৎপত্তি। এই বিষয়ে চুয়াংছে লাওৎছেৰ মতকে সম্পূৰ্ণকৈ অনুসৰণ কৰিছে। এই তাওয়েই হ'ল প্ৰকৃতিৰ বীজ বা প্ৰকৃতিৰ অফুৰন্ত সৃষ্টি

শক্তি। এই শক্তিৰ বিকাশেই ব্যক্ত জগৎ। লাওৎছে পৰিদৃশ্যমান জগতত গুৰুত্ব আৰোপ নকৰিছিল কিন্তু তেওঁ এই জগতৰ সমস্যাবিলাকৰ পৰা পলায়নবাদী মনোবৃত্তি পোষণ কৰা নাছিল। চুয়াংছে কিন্তু এই জগতৰ অলীকতাত বিশ্বাস কৰিছিল আৰু এই পৰিদৃশ্যমান জগতৰ অন্তৰালত থকা বিৰাট অক্ষৰ শক্তিকহে প্ৰাধান্য দিছিল। তেওঁ প্ৰত্যেক মানুহৰে ব্যক্তি-স্বাধীনতাৰ পক্ষপাতী আছিল আৰু বিশ্বাস কৰিছিল যে প্ৰত্যেককে নিজৰ অভিৰুচিমতে চিন্তা কৰিবলৈ দিয়া উচিত। মানুহে পতা অনুস্থান, মানুহে প্ৰবৰ্ত্তন কৰা ৰীতি-নীতিত লাওৎছেৰ দৰে চুয়াংছেৰো আস্থা আৰু সমৰ্থন নাছিল।

লাওৎছেৰ পিছৰ জনা বিখ্যাত দাৰ্শনিক হ'ল কনফুচিয়াছ। কনফুচিয়াছৰ মতবাদ প্ৰচাৰ হোৱাৰ লগে লগেই শিক্ষিত লোকসকল কনফুচিয়াছৰ মতৰ প্ৰতি আকৃষ্ট হয় আৰু লাওৎছেৰ তাওবাদৰ প্ৰতি মানুহৰ আস্থা কমি আহে। তাওবাদৰ প্ৰতিদ্বন্দী হিচাবে কনফুচিয়াছৰ দৰ্শন আৰু নৈতিকতা প্ৰচাৰিত হলেও তাওবাদৰ প্ৰভাৱ কেতিয়াও লোপ পোৱা নাছিল বৰং কনফুচিয়াছৰ শিক্ষাৰ মাজেদিয়েই তাওবাদ বুজিবলৈ চেষ্টা চলিছিল। চীনাসকলৰ অন্তৰত তাওবাদৰ প্ৰভাৱ আজিও স্পষ্ট হৈ আছে। তাওবাদেই চীনাসকলক সহিষ্ণু, আৰু অন্তৰৰ প্ৰতি নিৰপেক্ষ কৈ ৰাখিছে। এই দৰ্শনেই সেই কালত স্বাধীন

চিন্তা আৰু নিৰীক্ষণ ক্ষমতাৰ সমল যোগাইছিল। কিন্তু শেহৰ কালে তাওবাদৰ উচ্চ দাৰ্শনিক তথ্য বিকৃত হৈ পৰিল। লাওৎছেৰ শিক্ষা আৰু বাণীসমূহৰ সহজ আৰু সৰল ভাগটো এৰি দুৰ্বোধ্য আৰু আপাততঃ নিৰৰ্থক অংশটোৰ কি অৰ্থ বা ব্যাখ্যা হ'ব পাৰে তাৰ কাল্পনিক অৰ্থ দি ভাষ্য লিখিব ধৰিলে তেওঁৰ শিষ্যসকলৰ এক শ্ৰেণীয়ে। ফলত লাওৎছেৰ উচ্চ আৰু অতীন্দ্ৰিয়বাদী দৰ্শন বিকৃত হৈ জনসমাজত যাদুমন্ত্ৰ আৰু সুদীৰ্ঘকাল জীয়াই ৰাখিব পৰা "জীৱন-ৰসায়ন"ৰ অন্বেষণ আদিলৈ নামি আহিছিল। জীৱন-ৰসায়ন তাওবাদত নিহিত আছে বুলি এটা অন্ধবিশ্বাস সোমাই পৰিছিল আৰু সেই জীৱন-ৰসায়ন ক'ত পোৱা যাব তাৰ অন্বেষণত ৰজা, শাসক আদিও ব্ৰতী হৈছিল। জীৱন-ৰসায়ন বিচাৰি হেনো জাপান আদি দ্বীপ বিলাকলৈ চীনৰ বহুত মানুহ পঠাইছিল আৰু তাৰে কিছুমানে সেই দ্বীপবোৰত নিগাজীকৈ থাকি গৈছিল। মুঠতে তাওবাদে কনফুচিয়াছৰ সহজ, সৰল আৰু ব্যৱহাৰিক দৃষ্টিসম্পন্ন মতবাদৰ লগত ফেৰ মাৰি প্ৰাধান্য তিষ্ঠাই ৰাখিব নোৱাৰিলে।

কনফুচিয়াছৰ জন্ম হয় খৃঃ পূঃ ৫৫১ চনত। এই সময়ছোৱা চীনৰ ইতিহাসৰ এটা দুৰ্য্যোগৰ অধ্যায় আছিল। ৰাজনৈতিক ক্ষেত্ৰত সাম্ৰাজ্যবাদৰ ভাঙন ধৰিছিল আৰু অসংখ্য সৰু সৰু ৰাজ্যত চীন বিভক্ত হৈ পৰিছিল। নামত সাম্ৰাজ্য থাকিলেও সম্ৰাট বা কেন্দ্ৰীয় চৰকাৰৰ আনুগত্য কোনোৱে স্বীকাৰ নকৰিছিল। আনকি এই সৰু-সুৰা ৰাজ্যবিলাকতো শাসনৰ

অস্থিৰতাই দেখা দিছিল আৰু ক্ষমতাপন্ন তলতীয়া কৰ্ম্মচাৰী সময়ত ৰাজদণ্ড হাতত লৈছিল। কেন্দ্ৰীয় শাসন আৰু ক্ষমতাৰ শোচনীয় শিথিলতাত ৰাজনৈতিক অস্থিৰতা, সামাজিক বিশৃঙ্খলতা, নৈতিক মানৱ অবনতিত গোটেই দেশ প্লাৱিত হৈ পৰিছিল। সেই সময়ৰ বৰ্ণনা দি মেনচিয়াছ নামে কন-ফুচিয়াছৰ শিষ্য এজনে লিখিছিল "জগত ধ্বংসমুখী হৈ জড়াগ্ৰস্ত হৈছিল, সত্য বিতাৰিত হৈছিল, বিকৃত ৰীতি-নীতি আৰু হিংসাত্মক কাৰ্য্যত দেশ প্লাৱিত হৈছিল। মন্ত্ৰীয়ে ৰজাক হত্যা-কৰা, পুতেকে বাপেকক হত্যা কৰাৰ দৃষ্টান্ত বিৰল নাছিল। এইবোৰ দেখিশুনি কনফুচিয়াছ আতঙ্কিত হৈ পৰিছিল।"

চীনা সংস্কৃতি আৰু সভ্যতাৰ সমগ্ৰ সৌধতেই ফাট মেলিছিল। কনফুচিয়াছে সমাজ ব্যৱস্থা আৰু দেশৰ সংহতি ৰক্ষা কৰিবলৈ চেষ্টা কৰি প্ৰথমে বিভিন্ন ৰাজ্যবোৰৰ ৰাজসভা-বিলাক সংস্কাৰ কৰিবলৈ যত্নপৰ হৈছিল। কিন্তু তেওঁ সোন-কালেই উপলব্ধি কৰিলে যে দুৰ্নীতিৰ বীজ বহু তললৈ শিপাইছে আৰু সমাজ আৰু শাসন সংস্কাৰ কাৰ্য্যত তেওঁৰ চেষ্টা ফলৱতী হৱ নোৱাৰে। সেইকাৰণে তেওঁ সভ্যতাৰ বুনিয়াদ বা ভেটি-টোক থিক কৰি লবলৈ মন মেলিলে। সেই উদ্দেশ্যে তেওঁ দেশৰ ডেকা সকলক আৰু সন্তি-সন্ততিক সংশিক্ষা দি দেশ খন দুৰ্নীতিৰ কবলৰ পৰা ৰক্ষা কৰিবলৈ নিজৰ জীৱনকে উচৰ্গা কৰিবলৈ মনস্থ কৰিলে। দেশৰ ভবিষ্যৎ ধৰণী ডেকা শক্তিক আত্মসচেতন কৰি যাতে সৎপথলৈ ঘূৰাই আনিব পাৰে সেই

অভিপ্ৰায়ে গোটেই সাম্ৰাজ্যতে শিক্ষা বিস্তাৰ কৰি ভ্ৰমণ কৰিবলৈ প্ৰয়াস কৰিলে। এই ভ্ৰমণৰ আন এটা উদ্দেশ্য আছিল তেওঁৰ পৰামৰ্শ মতে শাসন কৰিবলৈ সম্মত হোৱা কোনো এখন ৰাজ্যৰ ৰজা বা শাসক বিচাৰি পোৱা। সভ্যতা সংস্কৃতি ৰক্ষাৰ দায়িত্ব আগেয়ে ন্যস্ত আছিল সম্ৰাটৰ ওপৰত, কিন্তু কনফুচিয়াছে এই দায়িত্ব সম্ৰাটৰ হাতৰ পৰা আনি তেওঁ গঢ়িলোৱা শিক্ষিত শ্ৰেণীৰ হাতত অৰ্পণ কৰিবলৈ চেষ্টা কৰিছিল। তেওঁৰ আশা আছিল এই শিক্ষিত শ্ৰেণীৰ লোকসকলেই সময়ত মন্ত্ৰী, উপদেষ্টা, শাসক আদি হৈ চীনৰ সভ্যতা ৰক্ষা কৰিব আৰু বিভিন্ন ৰাজ্যত তেওঁৰ প্ৰভাব বিস্তাৰ কৰিব। কনফুচিয়াছে তেওঁৰ মনৰ জোখাৰে শাসক বিচাৰি নাপালে যদিও তেওঁৰ শিক্ষাই গঢ়দিয়া লোকশ্ৰেণীয়ে তেওঁৰ ইচ্ছা সফল কৰি তুলিছিল আৰু চীন সাম্ৰাজ্যৰ চুকে-কোণে কনফুচিয়াছৰ আদৰ্শ আৰু প্ৰভাব বিয়পি পৰিছিল।

জগতৰ উত্তৰোত্তৰ উন্নতিৰ প্ৰকৃত পথ অন্বেষণৰ চিন্তা কৰি মহামতি কনফুছিয়াছে ইয়াকে সাব্যস্ত কৰিছিল যে চিন্তাজগতৰ অৰাজকতাই সমাজ আৰু দেশৰ বিশৃঙ্খলাৰ বাবে দায়ী। চিন্তাধাৰাৰ খেলিমেলিৰ কাৰণেই দেশৰ শিক্ষাপদ্ধতি বিকৃত হয়, বিকৃত শিক্ষাৰ কাৰণেই আদৰ্শৰ বিভ্ৰাট হয় আৰু আদৰ্শ-বিভ্ৰাটৰ কাৰণেই সামাজিক অস্থিৰতা, ৰাজনৈতিক অশান্তি আৰু নৈতিক অৱনতি ঘটে। তেতিয়া দেশত দুৰ্নীতিয়ে পোহাৰ মেলে আৰু ঐতিহ্য, সংস্কাৰ, সকলো পাহৰি মানুহে

মনুষ্যত্ব পৰিহাৰ কৰে। এই স্খলন বেচিদিন স্থায়ী হলে মানব জাতি পঙ্গু আৰু চৰিত্ৰহীন হয়। কৰ্ত্তব্যৰ প্ৰতি অবহেলা, নিস্ফল সমালোচনা, সাধাৰণ প্ৰজাই ৰাজনৈতিক বিষয়ত হস্তক্ষেপ কৰা, কাকো নমনা হোৱা, ভক্তি, মমতা, ন্যায়পৰায়ণতা আদি সকলো জলাঞ্জলি দিয়া—ইত্যাদি সকলোবোৰ পাপেই সমাজক কলুষিত কৰে। এই আটাইবোৰ দোষৰ কাৰণে কনফুচিয়াছে কেন্দ্ৰীয় শাসনৰ দুৰ্ব্বলতাকে দায়ী কৰিছিল। মানুহক আত্মসচেতন কৰি নৈতিক শিক্ষাৰ জৰিয়তে কন-ফুচিয়াছে দেশৰ শান্তি আৰু সমাজৰ শৃঙ্খলা আনয়ন কৰিবলৈ চেষ্টা কৰিছিল। এনে পটভূমিত কনফুচিয়াছৰ মতবাদে চীনত প্ৰতিষ্ঠা লাভ কৰিছিল।

কনফুচিয়াছ আছিল প্ৰধানতঃ এজন সংস্কাৰক। নৈতিক শিক্ষাৰ মাজেদি কনফুচিয়াছে এখন আদৰ্শ সমাজ স্থাপন কৰিবলৈ চেষ্টা কৰিছিল। কনফুচিয়াছৰ মতবাদত বিশ্বব্ৰহ্মাণ্ডৰ সত্ত্বা, পাৰলৌকিক বা অতীন্দ্ৰিয় জ্ঞান আদি বিষয়ৰ দাৰ্শনিক বা তাত্ত্বিক আলোচনা বিশেষ পোৱা নাযায়। বৰ্ত্তমান সময়ত দৰ্শন বুলিলে আমি যি বুজো, কনফুচিয়াছৰ দৰ্শনত তেনে বিশ্বব্ৰহ্মাণ্ডক আঁকোৱালি লোৱা সমন্বিত মতবাদ নাই। কন-ফুচিয়াছক এনে ধৰণৰ তাত্ত্বিক প্ৰশ্ন কোনোবাই কৰিলেও তেওঁ বুদ্ধদেৱৰ দৰে সেইবোৰৰ পোনপটীয়া উত্তৰ নিদি এৰাই গৈছিল। কনফুচিয়াছে নিজকে বাৰ্ত্তাবহ (ট্ৰান্সমিটাৰ) বুলিছিল; অৰ্থাৎ তেওঁ কৈছিল যে তেওঁ জগতবাসীক নতুন

একো দিবলৈ নাই। চীনৰ সংস্কৃতি বা ঐতিহ্যকে মাথো তেওঁ প্ৰচাৰ কৰিছিল। এতেকে এনে ধৰণৰ তাত্ত্বিক প্ৰশ্নবিলাকৰো নতুন সমিধান দিবলৈ একো নাছিল কাৰণেই তেওঁ মৌনতা অৱলম্বন কৰিছিল। আনপিনে চীনা দৰ্শনৰ বৈশিষ্ট্যই হৈছে বাস্তৱমুখী বা জাগতিক দৃষ্টি সম্পন্ন। এতেকে কনফুচিয়াছে ব্যৱহাৰিক জগতৰ সমস্যা আৰু তাৰ সমাধানতে বেচি গুৰুত্ব দিছিল আৰু অতীন্দ্ৰিয় পাৰলৌকিক জগতৰ আলোচনাত মনোনিবেশ কৰা নাছিল।

কনফুচিয়াছে যে এই জগত-অতিৰিক্ত বিষয়ৰ চিন্তা কৰা নাছিল তেনে নহয়। কিন্তু সেই বিষয়ে তেওঁ কোনো নিজা মতবাদ প্ৰচাৰ কৰা নাছিল। হয়তো তেওঁ প্ৰচলিত তথ্য-বিলাককেই মানি লৈছিল বা নিজে কোনো নতুন তথ্যত উপনীত হব পৰা নাছিল। তথাপি কনফুচিয়াছৰ বাণীসমূহৰ পৰা দুই এটা দাৰ্শনিক তথ্য পোৱা যায়। মানুহৰ নৈতিক জীৱনৰ অন্তৰালত বিশ্বনীতিৰ অৱদানৰ সন্দৰ্ভত .কনফুচিয়াছে এনে দাৰ্শনিক মতৰ উক্তি কৰিছিল।

কনফুচিয়াছৰ মতে এই বিশ্বৰ অন্তৰালত দুটা শক্তি নিহিত আছে। এই শক্তি দুটা হ'ল ইয়াং ( yang ) আৰু য়ীন ( yin )। এই দুই শক্তিৰ সংঘাততেই বিশ্বৰ সৃষ্টি। এই দুই শক্তিৰ ভিতৰত ইয়াং হল পুৰুষ আৰু য়ীন হল স্ত্ৰী শক্তি। এই দ্বৈত শক্তিৰ সংযোগত বিশ্বৰ ক্ৰমবিকাশ। এই দ্বৈতবাদে কনফুচিয়াছৰ দৰ্শনত একপ্ৰকাৰ নিয়ন্ত্ৰণবাদ বা অদৃষ্টবাদ প্ৰবৰ্ত্তন

কৰিছে। কনফুচিয়াছৰ প্ৰবৰ্ত্তিত এই অদৃষ্টবাদে বা নিয়ন্ত্ৰণ-বাদে আজিও চীনাসকলৰ মাজত পূৰ্ব্ব-সংস্কাৰ হিচাবে প্ৰভাৱ বিস্তাৰ কৰি আছে। প্ৰকৃতিৰ সকলো বস্তুৱেই পূৰ্ব্বনিৰ্দ্দিষ্ট বা পূৰ্ব্বনিয়ন্ত্ৰিত ভাবে নিজ নিজ কাম কৰে। সংসাৰৰ প্ৰাণী আৰু বস্তুবিলাকৰ মাজত থকা সম্বন্ধও পূৰ্ব্বনিৰ্দ্দিষ্ট। এতেকে মানুহে এই সম্বন্ধ সন্মান কৰি ৰক্ষা কৰিব লাগে। এই সম্বন্ধ অটুট ৰাখি নিজ নিজ কৰ্ত্তব্য কৰি গলেই মানুহে নৈতিকতা ৰক্ষা কৰিব পাৰে। তেওঁৰ লিখাত এঠাইত পোৱা যায় "আকাশ ওপৰত, মৰত তলত; বলী নিৰ্ব্বলীৰ সম্বন্ধ দিয়াই আছে। উচ্চ-নীচৰ ক্ৰান্তি পূৰ্ব্বনিৰ্দ্দিষ্ট। গতি আৰু স্থিতি নিয়ম মতেই চলে। জাতি হিচাবেই বস্তবোৰ আমি পাও; গতিকে ব্যক্তিক জাতি নিয়ন্ত্ৰণ কৰে। আকাশতো বহুত দেখো, সেইবিলাকৰো গতি, বিবৰ্ত্তনসকলো নিয়ন্ত্ৰিত।" এনে মত অৱশ্যে আগৰ পৰাই প্ৰবৰ্ত্তিত তাওবাদতো পোৱা যায়। কনফুচিয়াছেও ইয়াত 'তাও'বা পন্থাৰ শিক্ষাকেহে কৈছে।

বস্তুবিলাকৰ মাজত থকা সম্বন্ধ আৰু মানুহৰ পৰস্পৰৰ ওপৰত সম্বন্ধই নিৰ্ণয় কৰি দিয়া আচৰণ সকলোৱে মানি চলিব লাগে। এই সম্বন্ধ আৰু সম্বন্ধই নিৰ্নীত কৰা আচৰণবিলাক বহুকালৰ পৰা চলি আহিছে আৰু তাক একো একোটা শব্দ বা নামেৰে প্ৰকাশ কৰা হয়। প্ৰত্যেক সম্বন্ধই একোটা ধাৰণা বা ভাবত পৰিণত হৈছে। "বস্তু আৰু প্ৰাণীৰ মাজত থকা সম্বন্ধ পূৰ্ব্বে স্বৰ্গত নিয়ন্ত্ৰিত হৈছে আৰু তাৰে পৰাই অতীজৰ

জ্ঞানীলোক সকলে পাইছিল। জ্ঞানীলোকসকলে একোটা নাম বা শব্দ আবিষ্কাৰ কৰিলে আৰু সেই নামেৰে বা শব্দবেহে আমি সেই সম্বন্ধ আৰু আচৰণ বুজিব পাৰোঁ।” কনফুচিয়াছৰ মতে সভ্যতাৰ যুৰণী কেৱল বিভিন্ন যুগত মানুহে এই ধাৰণা বা ভাৱৰাশি আয়ত্ব কৰি মানব সমাজত নানান অনুষ্ঠান, ৰীতি-নীতি, কৌশল আদিৰ মাজেদি তাক বিকাশ কৰিবলৈ কৰা নেৰা-নেপেৰা প্ৰচেষ্টা মাথোন। দৰ্শনৰো কাম হৈছে বুদ্ধি আৰু যুক্তিৰ আলমত এই নামবোৰ আৰু নামৰ লগত সংশ্লিষ্ট আচৰণবিধি সংস্কৃত কৰি সমন্বয়ৰ সৃষ্টি কৰা।

এদিন ইউ নামেৰে এজন শিষ্যই কনফুচিয়াছক সুধিছিল “আপুনি এখন ৰাজ্যৰ ৰজা হলে প্ৰথমে কি কাম হাতত লব ?” তেতিয়া কনফুচিয়াছে উত্তৰ দিছিল—“প্ৰথমে নামবোৰ সংশোধন কৰিব লাগিব।” শিষ্যজনে একো নুবুজি আচৰিত হৈ সুধিলে —“নামবোৰ! নামবোৰ কিয় সংশোধন কৰে? মইচোন একো বুজি নাপালো।” কনফুচিয়াছে শিষ্যজনক কলে, “ইউ, তুমি একো শিকা নাই, তোমাৰ একো জ্ঞানো হোৱা নাই। ভদ্ৰলোকে নজনা কথাৰ আলোচনাত অতি সন্তৰ্পণেহে ভাগ লোৱা উচিত। নহলে সতৰ্কতাৰে মৌন হৈ থাকিব লাগে। যদি নাম বা শব্দ অশুদ্ধ হয় সি যথাৰ্থ প্ৰকাশক নহব আৰু কথা-বতৰাত আচল অৰ্থ প্ৰকাশ নাপাব। যদি কথা-বতৰাত শব্দই প্ৰকৃত অৰ্থ প্ৰকাশ নকৰে বা বুজি নোপোৱা হয় তেন্তে কোনো সিদ্ধান্তত উপনীত হব নোৱাৰি। যদি কোনো সিদ্ধান্ত

প্ৰতিপাদন কৰিব নোৱাৰি তেন্তে চৰিত্ৰনীতি বা সঙ্গীত-নীতি একোকে স্থাপন কৰিব নোৱাৰি। যদি চৰিত্ৰ-নীতি বা সঙ্গীত-নীতি স্থাপন কৰিব নোৱাৰি তেন্তে আইন-কানুনত বিসঙ্গতিয়ে দেখা দিব আৰু আইনৰ দোহাই দি কৰা শাস্তিবিধান ন্যায়সঙ্গত নহব। যদি আইন আৰু শাসনবিধি নীতিসম্মত আৰু ন্যায়সঙ্গত নহয় তেন্তে মানুহে ক'ত হাত থব, ক'ত ভৰি থব, কি কাম কৰা উচিত, কি কাম কৰা অনুচিত একো ঠিৰাং কৰিব নোৱাৰিব। সেইকাৰণে উচ্চমনা লোকে শব্দই যাতে প্ৰকৃত অৰ্থ প্ৰকাশ কৰে তাৰ প্ৰতি লক্ষ্য ৰাখে আৰু যি কয় তাক কামত খটাবলৈ ইচ্ছা কৰে। মন-বাক্য-কৰ্ম্মত সমন্বয় থাকিব লাগে। সেয়েহে উচ্চমনা লোকে কথা-বতৰাত কেতিয়াও অসাবধান নহয় আৰু উচিত সময়ত উচিত কথা কয়।"

কনফুচিয়াছৰ মতে যি ক্ষেত্ৰত আচৰণ, কৰ্ত্তব্য, অনুস্থান, সম্বন্ধ আদিয়ে সেইবিলাকৰ শব্দগত প্ৰকৃত অৰ্থ প্ৰকাশ নকৰা হৈ পৰে সেই ক্ষেত্ৰত অৰাজকতা আৰু বুদ্ধিৰ খেলিমেলি অৱস্থা আহি পৰে। "যদি দুশ্চৰিত্ৰ আৰু দুৰ্নীতিপৰায়ণ মানুহ কেইজনমানৰ সমষ্টিক এখন দেশৰ চৰকাৰ বা শাসক বুলিব পাৰি আৰু যদি নিজে কলুষতাত ডুব গৈ আনক সজ পথত চলিব লাগে বুলি চিঞৰি ফুৰাই শাসন কাৰ্য্য চলোৱা হয়, তেন্তে নানা কুতৰ্কৰ জালেৰে ভালক বেয়া আৰু বেয়াক ভাল বুলি প্ৰতিপাদন কৰিব খোজা তাৰ্কিক সকলক কিয় পণ্ডিত নুবুলিবা?"

ইয়াৰ দ্বাৰা কনফুচিয়াছে ইয়াকে বুজাইছে যে যদি চৰকাৰে শাসকৰ কাম নকৰে তেন্তে সেই চৰকাৰক চৰকাৰ বুলিব নোৱাৰি। যদি পণ্ডিতে প্ৰকৃত ভাল-বেয়াৰ উচিত-অনুচিতৰ সন্ধান দিব নোৱাৰে তেন্তে তেনে লোকক পণ্ডিত বুলিব নাপায়। যদি বাপেকে বাপেকৰ কাম নকৰে, যদি পুতেকে পুতেকৰ দায়িত্ব পালন নকৰে, তেন্তে সেই শব্দবোৰ সেই সেই মানুহৰ গাত প্ৰযোজ্য নহয়। কনফুচিয়াছে লু প্ৰদেশৰ মন্ত্ৰী হৈ থাকোতে এদিন এজন বাপেকে তাৰ পুতেকে তাৰ প্ৰতি কৰা বেয়া আচৰণৰ বাবে এটা অভিযোগ উত্থাপিত কৰি পুতেকক শাস্তি দিবলৈ খাটিলে। তেতিয়া কনফুচিয়াছে গোচৰটো শুনি লৈ বাপেক পুতেক দুয়োকো কাৰাগাৰত আবদ্ধ কৰি ৰাখিলে। আনবিলাক বিষয়াই কনফুচিয়াছৰ তেনে আচৰণত আচৰিত আৰু ক্ষুব্ধ হৈ তেনে কৰাৰ কাৰণ সোধাত তেওঁ কলে "এই মানুহজনে বাপেকৰ দায়িত্ব পালন কৰা নাই। সি যদি পুতেকক সৰুৰে পৰা পুতেকৰ আচৰণ, কৰ্ত্তব্য আদি শিক্ষা দিলেহেতেন তেন্তে পুতেক বাপেকৰ প্ৰতি কেতিয়াও বিৰূপ নহলহেতেন। এই পুতেকটো বেয়া হোৱাৰ কাৰণে বাপেক দায়ী। গতিকে দুয়ো শাস্তি পোৱা উচিত।" অৰ্থাৎ বাপেক পুতেকৰ মাজত যি সম্বন্ধ সেই সম্বন্ধৰ নীতি দুয়ো ভঙ্গ কৰিছে আৰু সেইকাৰণে দুয়োজনেই দোষী।

সেইকাৰণে কনফুচিয়াছৰ মতে সমাজ সংস্কাৰকৰ কৰ্ত্তব্য হৈছে কোনো শব্দ বা নাম যি অৰ্থত ব্যৱহাৰ হোৱা উচিত সি

যেন সেই অৰ্থতহে ব্যৱহাৰ হয় আৰু প্ৰকৃত অৰ্থ প্ৰকাশক হয়। অৰ্থাৎ সমাজ-ব্যৱস্থা এনে সুশৃংখলিত হোৱা উচিত যাতে সামাজিক অনুষ্ঠান আৰু ব্যক্তিৰ পৰস্পৰ সম্বন্ধ আদৰ্শমূলক হয়। এনে সমাজত ৰজাই প্ৰকৃত ৰজাৰ দায়িত্ব পালন কৰিব, কৰ্ম্মচাৰী সকল অনুগত, বিশ্বাসী আৰু কৰ্ত্তব্যপৰায়ণ হব, পিতৃৰ পিতৃত্ব আৰু সন্তানৰ বাৎসল্য ভাব থাকিব। আইনে আইনৰ মৰ্য্যাদা ৰক্ষা কৰিব, শাস্তি বা পুৰস্কাৰ বিধিসম্মত আৰু ন্যায়সঙ্গত হব; সমাজৰ প্ৰত্যেক ব্যক্তিয়ে নিজৰ মৰ্য্যাদা অনুসৰি নিজ নিজ কৰ্ত্তব্য পালন কৰিব। কনফুচিয়াছে স্থাপন কৰিব ওলাইছিল এনে এখন আদৰ্শ ৰাজ্য। খৃঃ পূঃ ৭২২ চনৰ পৰা খৃঃ পূঃ ৪৮০ চনলৈকে লু দেশৰ ইতিহাস সঙ্কলন কৰি কনফুচিয়াছে শব্দৰ যথাৰ্থ অৰ্থ ব্যাখ্যা কৰি দেখুৱাইছিল কোন শাসক প্ৰকৃত শাসক নামৰ যোগ্য আছিল, কোন বিষয়া অযোগ্য আছিল; কোন সময়ত কোন ৰীতি-নীতি সেই নামৰ অযোগ্য হৈছিল; ইত্যাদি।

কনফুচিয়াছে সেই সময়ত প্ৰবৰ্ত্তিত আৰু পুৰণি কালৰ পৰা চলি অহা ৰীতি-নীতি, নৈতিক বচন, ধৰ্ম্মাচৰণ আদি সম্পাদন কৰি উলিয়াইছিল আৰু শিষ্যসকলক এইবিলাকৰ তাৎপৰ্য্য বুজাই শিক্ষা দিছিল। এই আচাৰ-ব্যবহাৰ, ৰীতি-নীতিৰ সমষ্টিক তেওঁ লী ( Li ) বুলিছিল। লী মানে হল ন্যায়পৰায়ণতা আৰু ইয়াকে মূলনীতি বুলি মানি লৈ ইয়াৰ মাজেদি কনফুচিয়াছে মানুহৰ ব্যক্তিগত আচৰণ আৰু সভ্যতা,

মানুহৰ পৰস্পৰ সম্বন্ধ, সামাজিক কৰ্ত্তব্য আদি বিষয়ে শিক্ষা দিছিল। শেষৰ পিনে কনফুচিয়াছে প্ৰৱৰ্ত্তন কৰা এই লী বা নীতিশাস্ত্ৰ এক প্ৰকাৰ সংহিতা বা স্মৃতিশাস্ত্ৰত পৰিণত হৈছিল আৰু মানুহৰ দৈনন্দিন জীৱনত খোৱা, পিন্ধা, চলন-ফুৰণ, বচন, শয়নৰ পৰা আৰম্ভ কৰি প্ৰেতকাৰ্য্য, বিয়া-বাৰু আদিলৈকে ইয়াৰ বচন মানি চলিছিল। ইয়াৰ বিধি-নিষেধবোৰ বৰ সম্মানেৰে পালন কৰা হৈছিল আৰু খুটিনাটি কথাবিলাকলৈকো পালনত চকু দিয়া হৈছিল।

আইনৰ দ্বাৰা শাসন কৰা প্ৰথাৰ কনফুচিয়াছ বিৰোধী আছিল। সেই সময়ত সমাজত দুটা শ্ৰেণীৰ উৎপত্তি হৈছিল। এটা হল ভালমানুহ বা ভদ্ৰলোকৰ শ্ৰেণী আৰু আনটো হল সাধাৰণ লোকৰ শ্ৰেণী। ভালমানুহ বা ভদ্ৰলোকৰ শ্ৰেণীৰ লোকসকলে 'লী'ৰ আদৰ্শ মানি লৈ বা ন্যায়পৰায়ণতা আৰু সততাৰ যি ৰীতি-নীতি প্ৰৱৰ্ত্তিত হৈছিল সেইমতে জীৱন যাপন কৰিছিল। গতিকে আইন কানুনে তেওঁলোকৰ ওপৰত কোনো বিধিনিষেধৰ সৃষ্টি কৰিব লগা নহৈছিল। আনপিনে সাধাৰণ শ্ৰেণীৰ মানুহে আইন-কানুনৰ নিৰ্দ্দেশ মানি চলিছিল আৰু শাস্তিৰ ভয়ে তেওঁলোকক বেয়া বা গৰ্হিত কামৰ পৰা আঁতৰাই ৰাখিছিল। এই শাসন-ব্যৱস্থা কনফুচিয়াছৰ মানত সন্তোষজনক নাছিল আৰু আইনৰ ভয়ে মানুহক সংস্কৃত কৰিব পাৰে বুলি তেওঁ বিশ্বাস নকৰিছিল। "যদি মানুহক আইনৰ দ্বাৰা নিয়ন্ত্ৰিত কৰি পৰিচালনা কৰা হয় তেতিয়া হয়তো শাস্তিৰ

হাত সাৰিবলৈ আইন মানি চলিব পাৰে। কিন্তু এইদৰে অকল শাস্তিৰ পৰা ৰক্ষা পৰিবলৈ আইন মানি চলাত অসুবিধা শুদ্ধ নহয় আৰু বেয়া কাম কৰিবলৈ মনত যি কুণ্ঠাভাব আহিব লাগে বা বেয়া কাম কৰিলে যে লজ্জিত হব লাগে তেনে মনোবৃত্তিৰ উদয় নহয়। ধৰ্ম্মভাব জগাই তেওঁলোকক সৎপথত পৰিচালিত কৰা আৰু ন্যায়পৰায়ণ কৰি তেওঁলোকৰ কৰ্ম্মপথ নিৰ্দ্ধাৰণ কৰা; তেতিয়া দেখিবা, তেওঁলোকে বেয়া কাম কৰি অকল লজ্জিতই নহব, লগে লগে সৎলোকেই হব।"

যুগধৰ্ম্ম অনুসৰি কনফুচিয়াছেও লাওৎছেৰ দৰে কৃত্রিমতা পৰিহাৰ কৰিছিল আৰু প্ৰকৃতিক আদৰ্শৰূপে মানিছিল। ৰাজনৈতিক চিন্তাধাৰাত লাওৎছেৰ প্ৰভাৱ পৰোক্ষ ভাবে হলেও কনফুচিয়াছৰ ওপৰত নপৰাকৈ নাছিল। কিন্তু কনফুচিয়াছে সকলো প্ৰকাৰৰ কৃত্রিম বা মানুহে পতা অনুস্থান ভাঙি দিবলৈ পৰামৰ্শ দিয়া নাছিল। বৰং এজন পৈনত ৰাজনীতিজ্ঞ আৰু বিচক্ষণ সংস্কাৰক হিচাবে যুগৰ আহ্বান "প্ৰকৃতিক অনুসৰণ কৰা" মতৰ লগত সভ্যতাৰ ঐতিহাসিক মূল্যাঙ্কন কৰি সজ অনুস্থানৰ জৰিয়তে সৎশিক্ষা, সততা, সাধুতা, কৰ্ত্তব্যপৰায়ণতা আদিৰ বহুল প্ৰচাৰত যত্নপৰ হৈছিল। মানুহে পতা সজ অনুস্থান, মানুহে প্ৰচলন কৰা সজ ৰীতি-নীতি, বিধি-ব্যৱস্থা, প্ৰাকৃতিক নিয়ম অনুসৰি উদ্ভৱ হোৱা বস্তু বুলিয়েই কনফুচিয়াছে সাৱৰি লৈছিল আৰু সেই বিলাক যথানিয়মে পালন কৰাত গুৰুত্ব দিছিল।

সমাজ ব্যৱহাৰ লগত ব্যক্তিক খাপ খুৱাই চলিবলৈ যোগ্যতা দিয়াই কনফুচিয়াছৰ শিক্ষাৰ মূল নীতি আছিল। সমাজৰ উন্নতি আৰু সংহতি নিৰ্ভৰ কৰে মানুহৰ পৰস্পৰৰ প্ৰতি থকা স্বাভাবিক সহানুভূতি আৰু কৰ্ত্তব্য পালনত। এই স্বাভাবিক সহানুভূতি প্ৰথমে মানুহৰ নিজৰ পৰিয়ালৰ বা আত্মীয়-স্বজনৰ গণ্ডিত প্ৰকাশ পায় আৰু ক্ৰমে ইয়াৰ পৰিধি বিস্তৃত হৈ সমাজক আৰু দেশক আঁকোৱালি ধৰে। কনফুচিয়াছে পুত্ৰোচিত ধাৰ্ম্মিকতা, কুলোচিত সৌহাৰ্দ্দ্য, ৰাষ্ট্ৰৰ প্ৰতি আনুগত্য, প্ৰতি-বেশীৰ প্ৰতি প্ৰীতি-ভাব আদি বিষয়বোৰৰ শিক্ষা দিছিল। যেতিয়া সমাজৰ প্ৰতি অঙ্গই নিয়ত বা নিৰূপিত কৰ্ত্তব্য সুচাৰু-ৰূপে পালন কৰে তেতিয়া সমাজ সুশৃঙ্খলিত হয় আৰু ক্ৰমে উন্নতিৰ পথত আগবাঢ়ি যায়। "যেতিয়া এই মহৎ নীতি প্ৰবৰ্ত্তিত হব তেতিয়া বিশ্বত সকলোৱেই সাৰ্ব্বজনীন মঙ্গলৰ কাৰণেই কৰ্ত্তব্য কৰি যাব। সদাচাৰী লোকসকল দায়িত্বপূৰ্ণ পদৰ বাবে নিৰ্ব্বাচিত হব আৰু তেওঁলোকৰ ওপৰত দেশৰ দায়িত্ব অৰ্পিত হব। নিষ্ঠা তেওঁলোকৰ ব্ৰত হব আৰু মতদ্বৈধ নাথাকিব। ফলত মানুহে অকল নিজৰ পিতামাতাকে মৰম নকৰিব নাইবা অকল নিজৰ সন্তান-সন্ততিৰ প্ৰতি হে যত্নপৰ নহব। সকলো বৃদ্ধলোকেই প্ৰতিপালিত হব অ

যুবকেই নিযুক্তি পাব। সকলো শিশুই অপত্য-স্নেহ পাব; বিধবা, গতভাৰ্য্যা, পিতৃহীন, অবিবাহিত, অক্ষম আৰু ব্যাধিগ্ৰস্ত সকলোৱেই যত্ন আৰু তদাৰক পাব। পুৰুষে ন্যায্য অধিকাৰ

পাব আৰু তিবোতাই ঘৰ সংসাৰ পাব। কোনো দ্ৰব্যৰ অপব্যয় নহ'ব আৰু ব্যক্তিবিশেষৰ স্বকীয়া গুপ্তধন গচ্ছিত নহ'ব। স্বাৰ্থপৰতা নোহোৱা হ'ব, চুৰি আৰু সামাজিক পাপ অজ্ঞাত হ'ব। গতিকে মানুহে ঘৰৰ দুৱাৰ বন্ধ কৰি ৰাখিবৰ প্ৰয়োজন নহ'ব। এয়ে হ'ব আমাৰ মহান জনতাৰ ৰাষ্ট্ৰ।"

কনফুচিয়াছে সমাজৰ বিভিন্ন অঙ্গ হিচাবে থকা লোক সকলৰ কৰ্ত্তব্য নতুনকৈ আবিষ্কাৰ কৰা নাছিল। তেওঁ প্ৰাচীন কালৰ ৰীতি-নীতিক বিশ্বাস কৰিছিল আৰু সেইবোৰকে প্ৰচাৰ কৰিছিল। কনফুচিয়াছৰ শিক্ষা অকল নৈতিকতাতে আৱদ্ধ নাছিল। কনফুচিয়াছে পূৰ্ব্বপুৰুষ সকলৰ শ্ৰাদ্ধাদি, দেৱতা আৰু পৰমপুৰুষ ঈশ্বৰৰ পূজাসেৱাৰ বিধিব্যৱস্থাও প্ৰচলন কৰিছিল। এই বিলাক ধৰ্ম্মকৃত্যও কনফুচিয়াছে প্ৰাচীনকালৰ পৰা চলিঅহা ৰীতিমতেই পালন কৰিছিল। ঈশ্বৰ সকলোৰে নিয়ন্তা; ঈশ্বৰেই বিশ্বব্ৰহ্মাণ্ড সৃষ্টি কৰিছে আৰু মানুহৰ কৰ্ত্তব্য বান্ধি দিছে। ঈশ্বৰৰ অধীনত আকাশে বতাহে, পৰ্ব্বতে ভৈয়ামে, নাগৰে নগৰে অসংখ্য দেৱতা আছে আৰু এই দেৱতাবিলাকে ঈশ্বৰৰ আজ্ঞামতে নিজ নিজ কৰ্ম্ম কৰি মানৱ জাতিক সহায় কৰি আহিছে। সমাজৰ স্থায়িত্ব, সংহতি আৰু উন্নতিৰ বাবে এই দেৱতাসকলক আৰু পিতৃপুৰুষ সকলক পূজা সেৱা কৰিব লাগে। কনফুচিয়াছে পূৰ্ব্বপ্ৰচলিত ৰীতি আৰু বিশ্বাস অনুসৰি সৰ্ব্বশক্তিমান সৰ্ব্বনিয়ন্তা ঈশ্বৰ আৰু তেওঁৰ

অধীনস্থ বহু দেৱতাৰ পূজা-সেৱাত বিশ্বাস কৰিছিল আৰু সকলোকে এই ৰীতি মানি চলিবলৈ শিক্ষা আৰু উপদেশ দিছিল। কিন্তু ধৰ্ম্মতত্ত্ব সম্পৰ্কীয় আলোচনাত কনফুচিয়াছে সময় খৰচ নকৰিছিল আৰু আগ্ৰহো নেদেখুৱাইছিল। কনফুচিয়াছে ঈশ্বৰত বিশ্বাস কৰিছিল আৰু সমাজৰ ৰীতি-নীতিৰ মূলত ঈশ্বৰৰ আজ্ঞা আছে বুলি ধৰি লৈছিল।

"ঈশ্বৰৰ নিৰ্দ্দেশ সনাতন। দেখিছা নহয় সূৰ্য্য আৰু চন্দ্ৰই ইটোৱে সিটোক নিজ নিজ পথত সৰ্ব্বদাই অনুসৰণ কৰি চলি আহিছে ; ইও ঈশ্বৰৰেই বিধান। বিশ্বব্ৰহ্মাণ্ডত জীৱ চিৰকাল প্ৰবাহিত হৈ আছে কেতিয়াও বিৰতি হোৱা নাই—ইও ঈশ্বৰৰ নীতি। প্ৰকৃতিৰ বৈভৱ অপ্ৰতিহত ভাবে সৃষ্ট হৈ আছে ঈশ্বৰৰ নিৰ্দ্দেশতেই।" কনফুচিয়াছে গোটেই বিশ্বতে ঈশ্বৰৰ অস্তিত্ব আৰু ক্ৰিয়া অনুভৱ কৰিছিল।

এসময়ত কনফুচিয়াছৰ অসুখ হোৱাত এজন শিষ্যই তেওঁক এটা মন্দিৰলৈ গৈ প্ৰাৰ্থনা কৰিবলৈ কৈছিল। তাৰ উত্তৰত কনফুচিয়াছে কৈছিল, "মই সদায় প্ৰাৰ্থনা কৰিয়েই আছো। মোৰ জীৱনটোৱেই প্ৰাৰ্থনা। ঈশ্বৰৰ বিধান মানি চলাই হৈছে আটাইতকৈ উচ্চধৰণৰ প্ৰাৰ্থনা।" কনফুচিয়াছৰ ধৰ্ম্মমত এই কথাষাৰৰ পৰাই জানিব পাৰি। সাময়িক ভাবে পূজা সেৱা কৰা বা সপ্তাহৰ কোনো নিৰ্দ্দিষ্ট দিনত কোনো নিৰ্দ্দিষ্ট স্থানত প্ৰাৰ্থনা কৰাটোৱেই ধৰ্ম্ম নহয়। সেইবিলাক ধৰ্ম্মানুষ্ঠানহে। ধৰ্ম্ম অনুভূতি আৰু অভিজ্ঞতাৰ বস্তু। এই অনুভূতি জীৱনত

অনুক্ষণ থাকিব লাগিব আৰু ইয়াৰ দ্বাৰাই জীৱনৰ গতি নিয়ন্ত্রিত হব। ধৰ্ম্ম আৰু নৈতিকতাত ছুটী নাই।

কনফুচিয়াছৰ সমস্ত মতবাদ মানুহৰ প্ৰকৃতি আৰু প্ৰবৃত্তিৰ জ্ঞানৰ ওপৰত প্ৰতিস্থিত। মানুহৰ প্ৰকৃতি সামাজিক অথচ প্ৰবৃত্তি স্বাৰ্থপৰ। মানুহ প্ৰকৃততে সজ কিন্তু পিচত প্ৰবৃত্তিৰ তাড়নাত স্বাৰ্থপৰ হৈ সমাজৰ অহিত চিন্তা কৰে। এতেকে শিক্ষা, সজ অনুস্থান আদিৰ জৰিয়তে মানুহৰ প্ৰাকৃত সততা সংৰক্ষণ কৰিব লাগে। যাতে মানুহে নিজৰ প্ৰকৃত গৌৰবময় অস্তিত্ব পাহৰি প্ৰবৃত্তিৰ হীন প্ৰলোভনত নপৰে তাৰ বাবেই শিক্ষা আৰু সজ অনুস্থানবোৰৰ প্ৰয়োজন। মানুহ সমাজ-প্ৰিয়। এই সমাজ-প্ৰীতি প্ৰথমে প্ৰকট হয় নিজৰ পৰিয়ালবৰ্গৰ ভিতৰত। এতেকে চীনৰ ৰাজনৈতিক আদৰ্শ হৈছে—ৰাষ্ট্ৰ পৰিয়ালৰ ভেটিত গঢ়িব লাগে। ৰাষ্ট্ৰ এটা বৃহৎ পৰিয়াল আৰু পৰিয়াল এখন ৰাষ্ট্ৰৰ ক্ষুদ্ৰ চানেকী। যি নীতিত পৰিয়ালৰ উন্নতি নিৰ্ভৰ কৰে কনফুচিয়াছে সেই একে নীতিকেই ৰাষ্ট্ৰত প্ৰয়োগ কৰিছিল।

ধৰ্ম্ম ধৰ্ম্মৰ বাবেই পালন কৰিব লাগে—কৰ্ত্তব্য কৰ্ত্তব্য হিচাবেই পালন কৰিব লাগে—এয়ে আছিল কনফুচিয়াছৰ ধৰ্ম্ম আৰু নৈতিক শিক্ষাৰ মূল নীতি।

কনফুচিয়াছৰ দাৰ্শনিক তথ্য আৰু নৈতিক শিক্ষা তেওঁৰ নাতিয়েক কেইহ আৰু উপযুক্ত শিষ্যসকলে সঙ্কলন কৰি গোটেই চীনতে প্ৰচাৰ কৰিছিল। কনফুচিয়াছ চীনৰ সংস্কৃতিৰ জনক,

ঋষি আৰু শিক্ষক। কনফুচিয়াছৰ প্ৰভাব চীনাসকলৰ মাজত তথা জগতবাসীৰ মাজত আজিও অপ্ৰতিহত। সেয়েহে আঢ়ৈ-হাজাৰ বছৰৰ পিচতো সৌ সিদিনা ১৯১৭ চনত চীনৰ লোক-সভাত কনফুচিয়াছক চীনৰ দেৱতা আখ্যা দিবলৈ আৰু কনফুচিয়াছৰ ধৰ্ম্ম ৰাজধৰ্ম্ম বুলি ঘোষণা কৰিবলৈ প্ৰস্তাব উত্থাপিত হৈছিল।

---

# কনফুচিয়াছৰ-নীতিবচন

কনফুচিয়াছৰ অসংখ্য নীতিবচন চীনৰ জনসাধাৰণৰ মাজত প্ৰচলিত হৈ আছে। এই নীতিবচন বিলাকৰ পৰাই মহামানব কনফুচিয়াছে শিক্ষা, নৈতিকতা, জীৱনাদৰ্শ, সমাজব্যৱস্থা আদি সকলোবিষয়ে পোষণ কৰা মতবাদ সম্যকৰূপে জানিব পাৰি। দৰাচলতে এই নীতিবচনবিলাকৰ বাবেহে প্ৰথমতে কনফুচিয়াছ পাশ্চাত্য জগতত জনাজাত হয় আৰু লাহে লাহে সমগ্ৰ জগতত সমাদৰ লাভ কৰে।

কনফুচিয়াছৰ জীৱনী আলোচনা কৰোঁতে ঠায়ে ঠায়ে তেওঁৰ দুই এটা প্ৰবচন উল্লেখ কৰা হৈছে। এই প্ৰবচনবিলাক সাধাৰণতে কনফুচিয়াছে শিষ্যসকলৰ লগত কোনো সমস্যা বিষয়ে আলোচনা কৰোঁতে প্ৰকাশ পাইছিল আৰু পিচত শিষ্যসকলে এই সাৰগৰ্ভ বচনবিলাক সংৰক্ষণ কৰি জগতবাসীৰ মাজত প্ৰচাৰ কৰিছিল। এই বচনবিলাক কি প্ৰসঙ্গত কথিত হৈছিল সেইবোৰৰ অবতাৰণা কৰি আলোচনা কৰিব পাৰিলে বেচি উপাদেয় হলহেঁতেন। কিন্তু কিতাপৰ পৰিসৰ বৃদ্ধি হোৱাৰ ভয়ত আৰু আলোচনাৰ সম্পূৰ্ণ সঙ্গতি ৰাখিব নোৱাৰাৰ কাৰণে নীতিবচনবিলাকৰ ভিতৰত সাৰ্ব্বজনীন উপদেশমূলক আৰু সাৰগৰ্ভ প্ৰবচন কেইটামানহে তলত দিয়া হল। উক্তিবিলাকৰ যথাসম্ভৱ হুবহু অনুবাদ কৰিবলৈ চেষ্টা কৰা হৈছে।

১। মনুষ্য-প্ৰকৃতি ঈশ্বৰ-প্ৰদত্ত বিভূতি। আমাৰ প্ৰকৃতিৰ নীতি পূৰণ কৰাই নৈতিকবিধান আৰু এই নৈতিক বিধানৰ উৎকৰ্ষণ কৰাই আমাৰ সংস্কৃতি।

২। নীতি-পৰায়ণ ব্যক্তিৰ জীৱনটোৱেই বিশ্বৰ সাৰ্ব্বজনীন নৈতিক বিধানৰ জ্বলন্ত পটন্তৰ। অশিষ্টলোকৰ জীৱন-টোৱেই আনহাতে সাৰ্ব্বজনীন বিশ্বনীতিৰ বিসঙ্গতি।

৩। বিশ্বব্ৰহ্মাণ্ড আৰু মনুষ্যৰ সংযোজক এই সাৰ্ব্বজনীন নৈতিকবিধানৰ সম্যক অনুশীলন আৰু উৎকৰ্ষণেই মানুহৰ পৰম পুৰুষাৰ্থ।

৪। নৈতিক বিধান পালনত মানুহ কিয় পৰাঙ্মুখ মই এতিয়া বুজিব পাৰিছো। সাধুসন্তসকলে এই নৈতিক বিধানবো ওপৰত কিবা এটা বিচাৰে আৰু মূৰ্খবিলাকে এই বিধান ভালদৰে বুজি নাপায়। এই নৈতিক বিধান মানুহে কিয় নুবুজে তাকো মই এতিয়া জানিব পাৰিছো। সাধু-সন্তসকলে সাধাৰণ জীৱন-প্ৰৱাহৰপৰা অতি উচ্চত বিচৰণ কৰিবলৈ ইচ্ছা কৰে। জগতৰ সাধাৰণ ৰীতি-নীতিৰ বহুত উচ্চ স্তৰত তেওঁলোক বাস কৰিব বিচাৰে। আনহাতে জগতত নৈতিক বিধান মানি চলিবলৈ যিমানখিনি মানসিক উচ্চতা পাব লাগে মূৰ্খবিলাকে সেই স্তৰো নাপায়। ভাত-পানী নোখোৱা মানুহ নাই কিন্তু কমেহে তাৰ প্ৰকৃত সোৱাদ উপলব্ধি কৰে।

৫। সকলো মানুহে নিজকে জ্ঞানী বুলি ভাবে। কিন্তু

যেতিয়া জালত, কান্দত বা গাঁতত পৰে তেতিয়া আনকি এজনেও তাৰ পৰা উদ্ধাৰ হবলৈ পথ বিচাৰি নাপায়। মানুহে সকলোৱে কয় 'মই জ্ঞানী', কিন্তু ভাবসাম্য নৈতিক জীৱনৰ পথৰ সন্ধানত এমাহ কালো থিৰেৰে থাকিব নোৱাৰে।

৬। মানুহে উচ্ছৃঙ্খল দেশৰ শৃঙ্খলা আনয়ন কৰিব পাৰে, ৰাজপদবীৰ সম্মান আৰু উচ্চবেতন প্ৰত্যাখ্যান কৰিব পাৰে, তৰোৱালৰ ওপৰত সুদা ভৰিৰে নাচিব পাৰে। কিন্তু এই সকলোবিলাক কৰিও নৈতিক জীৱনৰ মূল সূত্ৰ বিচাৰি উলিয়াব নোৱাৰিবও পাৰে।

৭। কঠোৰ আৰু বিস্ময়প্ৰদ আচৰিত বস্তু অন্বেষণ কৰা লোক বহুত আছে। যাতে ভৱিষ্যতলৈ জগতত খ্যাতি ৰাখিব পাৰে তেনে ইচ্ছাত অলৌকিক জীৱন যাপন কৰা লোকো বহুত আছে। মোৰ হলে কেতিয়াও তেনে কৰিবৰ ইচ্ছা নাই।

জগতত নৈতিক বিধানৰ লগত খাপ খুৱাই জীৱন নিয়ন্ত্ৰণ কৰিবলৈ ইচ্ছা কৰা সাধুলোক বহুত আছে। কিন্তু সেই পথত কিছুদূৰ আগুৱাই গৈ তেওঁলোকে সেই পথ ত্যাগ কৰে। মই কিন্তু সেই পথ ত্যাগ কৰাৰ কথা ভাবিবই নোৱাৰো।

আনপিনে বিশ্বৰ সাৰ্ব্বজনীন নৈতিক বিধানৰ লগত অজ্ঞাতসাৰেও সামঞ্জস্য স্থাপন কৰি নৈতিক জীৱন

যাপন কৰা প্ৰকৃত নীতি-পৰায়ণ লোক আছে। তেওঁ-লোক কোনোৱে নজনাকৈ নিৰ্লিপ্ত জীৱন যাপন কৰে। শুদ্ধাত্মা দেৱপ্ৰকৃতিৰ লোকেহে এই জীৱন নিয়াব পাৰে।

৮। বিশ্বৰ সাৰ্ব্বজনীন নৈতিক বিধান সৰ্ব্বত্ৰ বিৰাজমান, অথচ ই গুহ্য আৰু ৰহস্যময়।

৯। বিশ্বব্ৰহ্মাণ্ডত আধ্যাত্মিক শক্তি অতি সক্ৰিয় আৰু ব্যাপক। চকুৰ অদৃশ্য, ইন্দ্ৰিয়ৰ অবোধ্য, অথচ ই সকলোৰে অন্তৰ্নিহিত। ইয়াৰ হাত কোনোৱে সাৰিব নোৱাৰে।

১০। মনুষ্যধৰ্ম্মৰ পৰা সত্য কেতিয়াও তিৰোহিত নহয়। মনুষ্যধৰ্ম্মৰ পৰা তিৰোহিত হোৱা সত্য কেতিয়াও সত্য হব নোৱাৰে। যদি কুঠাৰৰ নাল এডাল কাটিব লাগে তেন্তে নালটো কাটোতে নালৰ ৰূপটো তোমাৰ মনতেই আছে। সেইদৰে মানুহে আনৰ লগত ব্যৱহাৰ কৰোতে মানব প্ৰকৃতিৰ সাৰ্ব্বজনীন ধৰ্ম্মকো পাহৰিব নোৱাৰে। এই মানব ধৰ্ম্মৰ প্ৰতি লক্ষ্য ৰাখি নিজৰ জীৱন গঢ়ি লব পৰাই নৈতিকতা।

১১। আনৰ পৰা তুমি যেনে ব্যৱহাৰ আশা নকৰা আনকো কেতিয়াও তেনে ব্যৱহাৰ নকৰিবা।

মই মোৰ লৰাৰ পৰা যেনে ব্যৱহাৰ আশা কৰো মোৰ পিতাকো মই সেইদৰে সেৱা শুশ্ৰূষা কৰিব লাগে। মোৰ তলত কাম কৰা মন্ত্ৰীৰ পৰা মই যেনে

ব্যৱহাৰ আশা কৰো, মই বজাকো তেনে দৰে সেৱা কৰিব লাগে। সৰু ভাইৰ পৰা যেনে ব্যৱহাৰ আশা কৰো মোৰ ডাঙৰ ভাইৰ প্ৰতিও মই তেনে আচৰণ কৰিব লাগে। বন্ধুৰ পৰা মই যেনে ব্যৱহাৰ বিচাৰো মইও প্ৰথমে বন্ধুক তেনে ব্যৱহাৰ কৰিব লাগে।

১২। নৈতিক জীৱন দূৰদেশলৈ কৰা যাত্ৰাৰ দৰে। মানুহে নিকটতম স্থানৰ পৰাই যাত্ৰা কৰিব লাগে। উচ্চপ্ৰাসাদত উঠিব লাগিলে খটখটিৰ নিম্নতম ধাপৰ পৰা উঠাৰ দৰে নৈতিক জীৱনৰ অগ্ৰগতিতো স্তৰে স্তৰে আগুৱাই যাব লাগে।

১৩। নৈতিক লোকে সকলো পৰিবেশতে নিজক খাপখুৱাই লয়। তেওঁ নিজৰ অৱস্থাৰ পৰিধিৰ বাহিৰত হাত নেমেলে। সন্মানিত আৰু সম্পদযুক্ত অৱস্থাত থাকিলে সন্মানিত আৰু সমৃদ্ধ লোকৰ যোগ্য জীৱন নিয়ায়। নিঃকিন আৰু দীন অৱস্থাত পৰিলে তদনুৰূপ অৱস্থাত কাল নিয়ায়। অসভ্যদেশত পৰিলে অসভ্যদেশত যি দৰে থকা উচিত সেইদৰে থাকে। বিপদ আৰু কষ্টত পৰিলে সেই পৰিস্থিতিত মানুহ যি দৰে চলা উচিত সেইদৰে চলে। মুঠতে নৈতিকলোকে যি কোনো পৰিস্থিতিতেই নপৰক কিয় সকলোতে অপৰাজেয় হৈ চলিব আৰু পৰিবেশৰ ওপৰত প্ৰভুত্ব কৰিব।

১৪। নৈতিকলোকে উচ্চপদত অধিষ্ঠিত হৈ তলতীয়া কৰ্ম্মচাৰীৰ ওপৰত অযথা প্ৰভুত্ব নকৰে। তলতীয়া পদত থাকি ওপৰৱালাৰ অনুগ্ৰহ নিবিচাৰে। নিজৰ চৰিত্ৰ আৰু কৰ্ত্তব্য ঠিক ৰাখি আনে কি কৰিছে তালৈ চকু নিদিয়ে। তেনে লোকৰ কোনো ওজৰ আপত্তি নাই। ঈশ্বৰৰ বিৰুদ্ধেও কোনো অভিযোগ নাই আৰু মানুহকো তিৰস্কাৰ নকৰে। যদি জীৱনত সফলতা লাভ কৰিব নোৱাৰে তাৰ বাবে তেওঁ নিজকেই জগৰীয়া কৰে। ধনুৰ্বিদ্যা নৈতিক জীৱনৰ দৰেই। শৰে লক্ষ্যভেদ কৰিব নোৱাৰিলে ধনু বা শৰৰ দোষ নাই, দোষ ধনু-কাঁড় মাৰোতাজনৰহে।

১৫। সৎলোক থাকিলে সুশাসন হবই। সৎলোক নোহোৱা হলে সুশাসন দূষিত হয় আৰু ক্ৰমে লোপ পায়। সাৰুৱা মাটিত ঘাঁহ গজাৰ দৰে সৎমানুহৰ শাসনত সুশাসন ঠন ধৰি উঠে। সঁচাকৈ সুশাসন লহপহকৈ বাঢ়ি অহা গছপুলিৰ দৰে। গছপুলিক যেনেকৈ ভাল ৰক্ষণাবেক্ষণ লাগে সেইদৰে সুশাসনৰ গুৰিতো ভাল মানুহ লাগে। ভাল মানুহ হবলৈ নৈতিক বিধান মানি চলিব লাগিব। শাসকৰ ব্যক্তিগত নৈতিক চৰিত্ৰৰ ওপৰতহে সুশাসন নিৰ্ভৰ কৰে।

১৬। বিদ্যানুৰাগ জ্ঞানৰ নিচিনা। চৰিত্ৰৰ প্ৰতি সযত্ন-সজাগতা দয়াৰ দৰেই আৰু লজ্জানুভূতি সাহসৰ তুল্য।

নৈতিক জীৱনৰ এই তিনিটা বিষয়ৰ প্ৰকৃতি আৰু প্ৰয়োগ জানিলে মানুহে নিজৰ ব্যক্তিগত চৰিত্ৰ গঠন কৰিব পাৰে আৰু সৎ হব পাৰে। নিজৰ চৰিত্ৰ আৰু ব্যৱহাৰ সংশোধন কৰি লব পাৰিলে আনক শাসন কৰিবলৈ কি কি গুণ লাগে বুজিব পাৰিব। শাসন কৰিবলৈ কি কি গুণৰ অধিকাৰী হব লাগে সেই জ্ঞান পালে মানুহ সুশাসক হব পাৰিব আৰু দেশ নালাগে সাম্ৰাজ্যও শাসন কৰিব পাৰিব। দেশ বা সাম্ৰাজ্য শাসনৰ যোগ্যতাৰ গৰাকী হবলৈ এই নটা বিষয়ৰ সম্যক অনুশীলন কৰিব লাগিব।

(১) নিজৰ ব্যক্তিগত চৰিত্ৰ গঠন।
(২) যোগ্যজনক সম্মান প্ৰদৰ্শন।
(৩) জ্ঞাতি-কুটুম্বৰ প্ৰতি স্নেহ আৰু কৰ্ত্তব্যপালন।
(৪) ৰাজ্যৰ উচ্চপদস্থ মন্ত্ৰীসকলৰ প্ৰতি শ্ৰদ্ধাজ্ঞাপন।
(৫) ৰাজ্যৰ সকলো কৰ্ম্মচাৰীৰ স্বাৰ্থৰ লগত নিজৰ স্বাৰ্থৰ সমীকৰণ।
(৬) সৰ্ব্বসাধাৰণৰ প্ৰতি পিতৃবৎ আচৰণ।
(৭) সকলো প্ৰয়োজনীয় কলাৰ উৎকৰ্ষণত উৎসাহ জ্ঞাপন।
(৮) বিদেশীৰ প্ৰতি স্নেহ আৰু সম্মান প্ৰদৰ্শন।
(৯) সাম্ৰাজ্যৰ ৰাজকুমাৰসকলৰ সৰ্ব্বতোপ্ৰকাৰ উন্নতিৰ প্ৰতি দৃষ্টিৰক্ষণ।

১৭। প্ৰস্তুতিৰ ওপৰত কৰ্ম্মকুশলতা আৰু কৃতকাৰ্য্যতা নিৰ্ভৰ কৰে। সম্যক ভাবে প্ৰস্তুত নোহোৱাকৈ কামত হাত দিলে কৃতকাৰ্য্য হব নোৱাৰে।

১৮। উচ্চপদস্থ কৰ্ম্মচাৰীসকলৰ ওপৰত তলতীয়া কৰ্ম্মচাৰী-সকলৰ বিশ্বাস আৰু আস্থা নাথাকিলে শাসনকাৰ্য্য চলোৱা অসম্ভব। যি মানুহক তেওঁৰ বন্ধুবান্ধবে বিশ্বাস নকৰে তেনে মানুহে উচ্চপদস্থ বিষয়াৰ ওপৰতো বিশ্বাস স্থাপন কৰিব নোৱাৰে। যি মানুহ নিজৰ পিতামাতাৰ প্ৰতি অনুৰক্ত নহয় তেনে মানুহক বন্ধুবান্ধবেও বিশ্বাস নকৰে। যি মানুহ আত্মনিষ্ঠ নহয় তেনে মানুহে পিতামাতাৰ প্ৰতিও সদয় বা অনুৰক্ত হব নোৱাৰে। যি মানুহে শ্ৰেয়বস্তু কি তাক ঠাৱৰাব নোৱাৰে তেনে মানুহ আত্মবিশ্বাসী বা আত্মনিষ্ঠ হব নোৱাৰে।

১৯। আত্মনিষ্ঠা ঈশ্বৰৰ বিধান। আত্মনিষ্ঠ হবলৈ কৰা চেষ্টা মানুহৰ নীতি।

২০। বুঢ়াসকলে শান্তিৰে জীৱন নিয়াবলৈ সক্ষম হওক, বন্ধুবান্ধবসকল বিশ্বাসী হওক, ডেকাসকলে বয়সীয়াল-লোকক মানসম্ভ্ৰম কৰা হওক—এয়ে মোৰ আকাঙ্ক্ষা।

২১। সাধুলোকৰ উৎকণ্ঠা নাই, জ্ঞানীলোকৰ দ্বিধা নাই, সাহসীলোকৰ ভয় নাই।

২২। আগ্ৰহ নথকা মানুহক মই নিশিকাও আৰু বুজিবলৈ চেষ্টা নকৰা মানুহক কোনো কথা বুজাবলৈ বৃথা চেষ্টা নকৰো।

২৩। নভবা নিচিন্তাকৈ মন্তব্য নকৰিবা। যথেচ্ছা মন্তব্য, মতান্ধতা, হীনমনোবৃত্তি আৰু অহঙ্কাৰ ত্যাগ কৰিবা।

২৪। মানুহৰ ভুলভ্ৰান্তিৰ পৰা চৰিত্ৰ জানিব পাৰি।

২৫। চাকৰিত সোমালে যথাশক্তি কাম কৰিবা। যদি মনৰ পবিত্ৰতা ৰক্ষা কৰি কাম কৰিব নোৱাৰা তেন্তে পদত্যাগ কৰিবা।

২৬। নিজৰ স্বাৰ্থসিদ্ধিৰ বাবে অন্যায় কাম কৰি তাক তৰল যুক্তিৰে ন্যায় বুলি প্ৰতিপাদন কৰিবলৈ চেষ্টা কৰা লোকক ঘিণ কৰিবা।

২৭। জানাথিনি জানাবুলি জানা, নাজানাথিনি নাজানা বুলি জানা জনা মানুহৰ লক্ষণ।

২৮। ভুল এটা কৰি যদি তাৰ সংশোধন নকৰে তেন্তে সেই মানুহে দুটা ভুল কৰে।

২৯। ভাল বক্তা হোৱা টান, ভাল মন্ত্ৰী হোৱাও সহজ নহয়।

৩০। সাধুলোকে সজ কথা কয় কিন্তু সজকথা কলেই সাধু বুলিব নোৱাৰি। সৎলোক সাহসী হয় কিন্তু সাহসী হলেও সৎ নহব পাৰে।

৩১। গৰ্ব্ব কৰি ফুৰা লোকে গৰ্ব্ব ৰক্ষা কৰিবলৈ সদায় টান পায়।

৩২। সত্য কি বস্তু তাক জানা জনতকৈ সত্যানুৰাগীজন শ্ৰেয়। সত্যানুৰাগীজনতকৈ আকৌ সত্যত আনন্দ-পোৱাজনহে শ্ৰেয়।

৩৩। মহৎলোকৰ লগত কথা কওঁতে সদায় তিনিটা দোষৰ কথা মনত ৰাখিবা—নোশোধাতে কথা কোৱাটো অবিবেচকতা, শুধিলে উত্তৰ দিব নোৱাৰা হোৱাটো স্পষ্টবাদিতাৰ অভাব বা অসৰলতা, আৰু মনোভাৱ লক্ষ্য নকৰাকৈ কথা কৈ থকাটো অন্ধতা।

৩৪। যোগ্যজনক পাইও যদি কথাবতৰা নাপাতা তেন্তে তুমি সেই ব্যক্তিক হেৰুৱালা। অযোগ্য বুলি জানিও যদি কোনো লোকৰ লগত বাকবিতণ্ডা বা আলোচনা কৰি থকা তেন্তে তুমি তোমাৰ কথাৰ অপব্যয় কৰিলা। জ্ঞানীজনে ব্যক্তিকো নেহেৰুৱায় আৰু কথাৰো অপব্যয় নকৰে।

৩৫। সাধুলোকে মানুহক বক্তৃতা শুনিয়েই প্ৰশংসা নকৰে আৰু মানুহজনক বেয়া পালেও তেওঁৰ কোৱা কথাৰ সত্যতা অস্বীকাৰ নকৰে।

৩৬। সাধাৰণ মানুহে পানীত পৰি কষ্ট ভোগে। ভদ্ৰলোকে কথা কৈ ভাল পোৱাৰ কাৰণে কথাৰ পৰাই বিপদত পৰে। মহৎলোকে জনসাধাৰণক ভাল পোৱাৰ বাবে বিপদত পৰে।

পানী অতি পৰিচিত আৰু লাগতিয়াল বস্তু। ইয়াৰ ওচৰ চাপিবলৈ অতি সহজ অথচ একেবাৰে ওচৰলৈ গলে মানুহ বিপদতো পৰে। মানুহ পানীত বুৰে। পানী মানুহৰ প্ৰিয়বস্তু অথচ এই প্ৰিয়বস্তুতেই মানুহ নিমজ্জিত হয়।

কথাই মানুহক সহজে বিপদত পেলায়। কথা-বতৰা হওঁতে মানুহে বহুত শব্দ ব্যৱহাৰ কৰে। এই শব্দবোৰ মুখৰ পৰা উলিয়াই দিয়া সহজ কিন্তু এবাৰ মুখৰ পৰা ওলালে তাক তুনাই ওভতাই নিব নোৱাৰি।

সাধাৰণ মানুহৰ কাৰণেও মহৎলোক বিপদত পৰে। এই মানুহবোৰ নীচমনা আৰু কপটীয়া। এই মানুহবোৰক সম্মান কৰিব পাৰা কিন্তু অপমান বা বিতুষ্ট নকৰিবা। গতিকে ভদ্ৰলোকে সাবধানে চলা উচিত। কথা মানুহৰ প্ৰিয়, মানুহো মানুহৰ প্ৰিয়, কিন্তু অসাবধান হলে প্ৰিয়বস্তুই বিপদ চপাই আনে।

৩৭। ঘোৰাখুলীয়াকৈ খৰচ কৰা লোক সাধাৰণতে গৰ্বিত হয়। কটকিনাকৈ চলা লোক অশিষ্ট হয়। গৰ্বিত হোৱাতকৈ লাগে অশিষ্ট হোৱাই ভাল।

৩৮। ধনী হৈ নিৰহঙ্কাৰী হোৱা সহজ কিন্তু দুখীয়া হৈ অসন্তোষ নকৰাকৈ বা খেদ নকৰাকৈ থকা টান।

৩৯। সুশাসিত দেশত নিঃকিন হোৱা লাজৰ কথা। দেশৰ অস্থিৰ অৱস্থাত পদবী গ্ৰহণ কৰা আৰু ধনী হোৱাও লাজৰ কথা।

৪০। ক্ষুদ্ৰমনৰ মানুহে ৰাজ্যৰ মন্ত্ৰীত্বপদ লৈ কাম কৰিব পাৰে বুলি কেতিয়াবা ভাবিব পাৰানে? পদ পোৱাৰ আগতে তেনে মানুহে পদটো পাবৰ কাৰণে উদ্বিগ্ন হয়। পদটো পোৱাৰ পিচত কেনেবাকৈ তাক হেৰুৱাব লগা

হয় বুলি সদায় উদ্বিগ্ন হৈ থাকে আৰু যদি পদটো হেৰুৱাবৰ উপক্ৰম হয় তেতিয়া পদ ৰক্ষাৰ বাবে এনে মানুহে কৰিব নোৱাৰা একো কামেই নাই।

৪১। মানুহে তোমাক নাজানে বুলি আক্ষেপ নকৰিবা। এনে ভাবে কাম কৰা যাতে তুমি মানুহে জানিবৰ যোগ্য হোৱা।

৪২। আইন শৃঙ্খলা নোহোৱা ৰাজ্যই বা ব্যক্তি কামত সাহস দেখুৱা বেয়া নহয় কিন্তু কথা কওতে সাবধান হব লাগে।

৪৩। নিজৰ প্ৰতি কঠোৰ আৰু আনৰ প্ৰতি উদাৰ হোৱা মানুহক আনে খং কৰিবৰ সুচল নাপায়।

৪৪। সময় থাকোতে চিন্তা আৰু পৰিকল্পনা নকৰা লোকে বিপদ ডুৱাবদলিতে পায়।

৪৫। মাৰ্জিত ভাষাই কোনজন মানুহ ভাল কোনজন মানুহ বেয়া তাৰ ধাৰণা সম্পৰ্কে আমাৰ মনত আউল লগায়। সামান্য ক্ষতি আৰু সৰু-সুৰা অসুবিধা সহ্য কৰিব নোৱাৰা লোকে ডাঙৰ পৰিকল্পনা নষ্ট কৰে।

৪৬। অভিজাত বা কুলীন লোক সম্বন্ধে আলোচনা কৰোতে তেনেমানুহৰ শক্তিৰ প্ৰশংসা কৰাতকৈ মনোবৃত্তিৰহে প্ৰশংসা কৰিবা।

৪৭। দয়াৰ প্ৰতিদান দয়া, বেয়াকামৰ প্ৰতিদান ন্যায়বিধান।

৪৮। দয়াৰ বিনিময়ে দয়া পালে মানুহ ভাল কাম কৰিবলৈ উৎসাহিত হয়। বেয়াকামৰ বাবে শাস্তি পালে মানুহে বেয়াকাম নকৰিবলৈ সাবধান হয়।

৪৯। বেয়াকামৰ বাবেও ভাল প্ৰতিদান দিয়াটো উদাৰ মনৰ লক্ষণ। ভাল কৰাৰ বাবে অহিত কামেৰে প্ৰতিদান দিয়াটো পাতকীৰ লক্ষণ।

৫০। মানুহ জন্মোতে প্ৰায় একেইয়েই জন্মে কিন্তু অভ্যাসৰ বাবে ইজন সিজনৰ পৰা আঁতৰি গৈ পৃথক হৈ পৰে।

৫১। উত্তম আৰু অধম চৰিত্ৰৰহে কোনো পৰিবৰ্ত্তন নহয়।

৫২। শিক্ষাই মানুহৰ নীচতা দূৰ কৰে।

৫৩। ভুল কৰিলে শুধৰাবলৈ লাজ নকৰিবা।

৫৪। সাধুলোকৰ সঙ্গ পালে তেওঁৰ সংগুণখিনি অনুকৰণ কৰিবলৈ চেষ্টা কৰিবা। বেয়ালোকৰ সঙ্গ পালে তাৰ দোষৰ বাবে নিজৰ অন্তৰ বিশ্লেষণ কৰিবা।

৫৫। আনৰ দোষৰ সমালোচনা নকৰিবা, নিজৰবোৰৰহে কাৰণ বিচাৰিবা।

৫৬। মানুহ দুখীয়া অৱস্থাত পৰিলেও সন্তোষেৰে থাকিব লাগে আৰু ধনী হলেও সংযমী হব লাগে।

৫৭। সেনাবাহিনীৰ অধিনায়কজনকো হত্যা কৰিব পাৰিবা কিন্তু দুখীয়ালোকৰ আশা-আকাঙ্ক্ষাক হত্যা কৰিব নোৱাৰা।

৫৮। মানুহেহে সত্যক ডাঙৰ কৰে, সত্যই মানুহক ডাঙৰ নকৰে।

৫৯। আমি মানুহকেই সেৱা কৰিবলৈ শিকা নাই, দেৱতাক কেনেদৰে সেৱা কৰিব লাগে কেনেকৈ জানিবা?

এতিয়াও জীৱনকেই জনা নাই, মৃত্যুৰ কথা কেনেকৈ জানিবা ?

৬০। বাহিৰা কোনো প্ৰলোভনত নপৰাকৈ যিজনে প্ৰকৃত মনুষ্যত্বৰ আদৰ্শ সাৰোগত কৰি জীৱন নিয়াব চেষ্টা কৰে, যিজনে বাহিৰৰ শাসন বা শাস্তিলৈ অকণো ভয় নকৰি প্ৰকৃত মানবতাৰ আদৰ্শৰ বিপথগামী সকলক ঘিণ কৰে, তেনে মানুহৰ মানত সমগ্ৰ মানবজাতি এজন মাত্ৰ ব্যক্তি হিচাবে পৰিগণিত হয়। সেই কাৰণে সাধুলোকে নিজৰ জীৱনকে লক্ষ্য কৰি চৰিত্ৰগঠনৰ ৰীতি-নীতিৰ আলোচনা কৰে আৰু জনসাধাৰণৰ বাবে নিয়ম নীতি প্ৰবৰ্ত্তন কৰে।

৬১। প্ৰকৃত মানবতা লাভ কৰিবলৈ অসীম শক্তি লাগে আৰু তাত উপনীত হোৱা পন্থাও বৰ দুৰ্গম। ইয়াক হাতেৰে তুলিব নোৱাৰি, ভৰিৰে খোজকাঢ়ি গৈও ইয়াক পাব নোৱাৰি। যিজনেই আনতকৈ এই পথত বেচি অগ্ৰসৰ হৈছে তেওঁকেই ‘প্ৰকৃত-মানব’ বুলিব পাৰি। পূৰ্ণ-মানবতাৰ মাপকাঠিৰে জুখিলে কোনোৱে হয়তো সাধনাৰ দ্বাৰাও ইয়াক পাব নোৱাৰে। মানুহৰ জোখেৰে জুখিলেহে সাধুলোকৰ কিছুমানে এই পথত কিছুদূৰ অগ্ৰসৰ হৈছে বুলি কব পাৰি।

[ মানুহৰ নৈতিক জীৱনৰ মান কোনো অভিমানবীয় বা পূৰ্ণ আৰু নিৰ্দ্দোষ জোখেৰে ঠাৱৰাব নোৱাৰি। মানুহৰ জোখ মানুহেহে। চীনা সংস্কৃতিৰ ব্যৱহাৰিক দৃষ্টিভঙ্গীৰ ইয়ো এটা বৈশিষ্ট্য। ]

৬২। যি মানুহে প্ৰকৃত মনুষ্যত্বৰ আদৰ্শ আগত ৰাখি সেইমতে কাম কৰি অন্তৰত সুখ আৰু শান্তি পায় তেনে মানুহে সমগ্ৰ মানবজাতিক এজন ব্যক্তি হিচাবে জ্ঞান কৰে। এজন মানুহৰ অনুভূতিৰ সত্যতাই আনৰ অনুভূতিৰো পৰিমাপক হব পাৰে।

৬৩। সাধুলোকে নিজৰ চৰিত্ৰ গঠনৰ বাবে কৰা চেষ্টাৰ লগতে আনৰ চৰিত্ৰ গঠন কৰিবলৈকো চেষ্টা কৰে। নিজৰ লগত আনৰ জীৱন সফল কৰিবলৈকো চেষ্টা কৰে। নিজৰ ওচৰ-চুবুৰিয়াৰ লগত কেনেকৈ চলিব লাগে তাৰ শিক্ষাই প্ৰকৃত মনুষ্যত্ব লাভৰ অন্বেষণৰ শিক্ষাৰ পথ বা সূত্ৰ।

৬৪। প্ৰকৃত মনুষ্যত্বৰ আদৰ্শ সঁচাকৈয়ে বহু দূৰতনে? নহয়। মই যেতিয়াই ইয়াক পাবলৈ বিচাৰো ই তাতে ওচৰতে আছে।

৬৫। সাধু-পুৰুষে দূৰদেশত কাম কৰিব লগা হলে তেওঁ অনুভৱ কৰে তেওঁ যেন গণ্যমান্য অতিথিসকলকহে আদৰ-সাদৰ কৰি অভ্যৰ্থনা কৰিছে। প্ৰজা শাসন কৰিব লগা হলে তেওঁ অনুভৱ কৰে তেওঁ যেন ঈশ্বৰকহে পূজা কৰিছে। আনে যি কৰিলে তেওঁ বেয়া পায় তেনে আচৰণ তেওঁ আনৰ প্ৰতি কেতিয়াও নকৰে। সেই কাৰণে সাধুপুৰুষ ঘৰে বাহিৰে সুখত থাকে।

৬৬। আজিকালি প্ৰকৃত সাধুসন্ত লোকৰ দৃষ্টান্ত পোৱা টান। প্ৰত্যেকে প্ৰায় অলপ অচৰপ দুৰ্ব্বল মনৰ আৰু এই

দুৰ্ব্বলতাৰ বাবে ভুল কৰে। সেইকাৰণে সাধুলোকৰ দোষবোৰ আঙুলিয়াই দিবলৈ এতিয়া সহজ হৈছে।

৬৭। নিজৰ প্ৰকৃত আত্মাৰ সন্ধান আৰু নৈতিক জীৱনৰ শৃঙ্খলা আনয়নৰ ওপৰত প্ৰকৃত মনুষ্যত্ব লাভ নিৰ্ভৰ কৰে।

৬৮। বিনয় নৈতিক শৃঙ্খলাৰ ওচৰে ওচৰে যায়, চৰিত্ৰৰ সবলতা প্ৰকৃত মনুষ্যত্বৰ কাষে কাষে যায় আৰু আনুগত্য আন্তৰিক নিষ্ঠাৰ সমান। এই তিনিটা সযত্নে পালন কৰিলে মানুহে কাচিৎ হে ভুল কৰে আৰু মনুষ্যত্বৰ প্ৰকৃত আদৰ্শৰ ওচৰ চাপিব পাৰে।

নম্ৰ লোকে কমেই ভুল কৰে, নিষ্ঠাবান লোক সততে বিশ্বাসৰ পাত্ৰ হয় আৰু সবল চৰিত্ৰৰ লোক সততে উদাৰ হয়। এই তিনিটা গুণৰ অধিকাৰী হলে তোমাৰ কাচিৎহে ভুল হব।

৬৯। বাকচাতুৰিৰ কোনো মূল্য নাই। তুমি যিমানেই অনৰ্গল বক্তৃতাৰে আত্মপক্ষ সমৰ্থন কৰি নিজৰ নিৰ্দ্দোষিতা প্ৰতিপন্ন কৰিবলৈ চেষ্টা কৰিবা মানুহে তোমাক তিমানেই বেচি ঘিণ কৰিব।

৭০। প্ৰকৃত সাধুলোক নহলে দাৰিদ্ৰ্য আৰু সমৃদ্ধি এই দুই অৱস্থাৰ কোনোটোতেই মানুহে বেচিসময় ধৈৰ্য্য ধৰি থাকিব নোৱাৰে।

৭১। মানুহক কেনেকৈ ভাল পাব লাগে আৰু কেনেকৈ ঘিণ কৰিব লাগে তাক প্ৰকৃত সাধুলোকেহে জানে।

৭২। মানুহ যদি প্ৰকৃত মানুহ হব নোৱাৰে তেন্তে পূজা-পাতলৰ সাৰ্থকতা কত? প্ৰকৃত মানুহ হব নোৱাৰিলে সঙ্গীতৰো মূল্য নাই।

৭৩। উত্তমলোকে জানে কি বস্তু শ্ৰেয়, সাধাৰণ লোকে জানে কি বস্তু প্ৰেয়।

৭৪। উত্তম লোকে ভাল পায় আত্মাক, সাধাৰণ লোকে ভাল পায় ধনক। কি দোষত কি শাস্তি পাইছিল উত্তম-লোকে তাক মনত ৰাখে আৰু সাধাৰণ লোকে মনত ৰাখে কিহত কি বস্তু পুৰস্কাৰ পাইছিল।

৭৫। উৎকৃষ্টজনে নিন্দে নিজক, নিকৃষ্টজনে নিন্দে পৰক।

৭৬। উত্তম লোকৰ গতি ওপৰলৈ, অধম লোকৰ গতি তললৈ।

৭৭। উৎকৃষ্ট লোকৰ মহানুভৱতা আছে গৰ্ব্ব নাই, নিকৃষ্ট লোকৰ গৰ্ব্ব আছে মহানুভৱতা নাই।

৭৮। সাধুলোকে ভাল খোৱা ভাল থকাৰ বিচাৰ নকৰে, তেওঁ-লোকে কৰ্ত্তব্যৰ প্ৰতি মনোযোগী আৰু কথা কওঁতেও সাৱধান। মহৎলোকৰ সঙ্গ পালে তেওঁক মানি চলে। এনে মানুহক বিদ্যানুৰাগী বুলিব পাৰা।

৭৯। সত্যানুসন্ধানী বিদ্যানুৰাগীজনে যদি সাধাৰণ আহাৰ আৰু সাধাৰণ পোষাকৰ বাবে লাজ পায় তেন্তে তেনে মানুহৰ লগত কথা পতাই উচিত নহয়।

৮০। আৰাম-প্ৰিয় আৰু সুখস্বাচ্ছন্দ্য-প্ৰিয় লোক বিদ্যানুৰাগী হব নোৱাৰে।

৮১। নিজৰ কামতকৈ কথাহে ভাল হলে ভদ্ৰলোকে লাজ পায়।

৮২। ডেকাৰ প্ৰিয় স্ত্ৰীসঙ্গ, আদহীয়াৰ প্ৰিয় ৰণ, বুঢ়ালোকৰ চিন্তা সদায় কেনেকৈ পাব ধন।

৮৩। আনক সমালোচনা কৰা আৰু আনৰ দোষ খোঁচৰা লোকক সাধুলোকে ঘিণ কৰে।

৮৪। নিজক বুধিয়ক বুলি ভবা পদূলী শুঙা আৰু চৰবৃত্তি কৰা লোকক মই ঘিণ কৰো। সাহসী বুলি বৰাই কৰা উচ্ছৃংখল লোকক মই ঘিণ কৰো। সাধুতাৰ মুখাপিন্ধা কপটলোকক মই ঘিণ কৰো।

৮৫। দেখাত গহীন গম্ভীৰ আৰু নিষ্ঠাবান অথচ ভিতৰি ফোঁপোলা আৰু দুৰ্ব্বললোক ৰাতি সিন্ধি কাটি ঘৰ-সোমোৱা চোৰৰ নিচিনা।

৮৬। তিৰোতা আৰু নিকৃষ্ট লোকক চলোৱা বৰ টান। আপোনভাবে মৰম কৰি নাই দিলে সিহঁত অবিনীত হয় আৰু অবজ্ঞা কৰে আকৌ উপেক্ষা কৰি আঁতৰত ৰাখিলে সিহঁত কষ্ট হয়।

৮৭। বহুবক্তী ঘৃণাৰ পাত্ৰ।

৮৮। আপচু চেহেৰাৰ বহুভাষী লোক কাচিৎহে ভদ্ৰ হয়।

৮৯। শাসকৰ চৰিত্ৰ বতাহৰ দৰে আৰু সাধাৰণ মানুহৰ চৰিত্ৰ তৃণৰ দৰে। তৃণ সদায় বতাহমুৱা হয়।

৯০। শাসক ন্যায়পৰায়ণ হলে প্ৰজাৰ এনেয়ে প্ৰিয় হব, তাৰ বাবে হুকুমৰ আৱশ্যক নাই। নিজে ভালকাম নকৰিলে

শাসকৰ কোনো আদেশৰেই মূল্য নাথাকে আৰু কোনো আদেশ কাৰ্য্যকৰী নহয়।

৯১। শাসকে নিজৰ চৰিত্ৰ সংশোধন কৰি ললে শাসনকাৰ্য্য সহজ হৈ পৰে। যদি নিজৰেই চৰিত্ৰ সংশোধন নকৰে তেন্তে শাসকে আনৰ চৰিত্ৰ কেনেকৈ সংশোধন কৰিব?

৯২। অন্তৰ শুদ্ধ আৰু পবিত্ৰ ৰাখিবা—এয়ে সকলো শাস্ত্ৰৰ শিক্ষা।

৯৩। কবিতা অধ্যয়ন নকৰিলে ভাষা মাৰ্জ্জিত নহয়।

৯৪। চিন্তা নকৰাকৈ পঢ়িলে মন অসংযত হয়, নপঢ়াকৈ চিন্তা কৰিলে মন চঞ্চল হয় আৰু মনৰ সমতা হেৰায়।

৯৫। যিলোকে পঢ়াকে পঢ়ি নতুন নতুন জ্ঞান আহৰণ কৰিব পাৰে তেওঁহে শিক্ষক হবৰ যোগ্য।

৯৬। প্ৰশ্নৰ উত্তৰ দিবলৈ যি শিক্ষিত লোকে আনৰ কথাবোৰ মুখস্থ কৰি থয় তেনে লোকৰ শিক্ষকতাৰ যোগ্য নাই।

৯৭। পুৰণি কালত বিদ্যানুৰাগী সকলে নিজৰ জ্ঞানৰ বাবে অধ্যয়ন কৰিছিল। আজিৰ বিদ্যাৰ্থী অধ্যয়ন কৰে আনৰ বাবেহে (শিক্ষকৰ বা মাক-বাপেকৰ দাইত)।

৯৮। যি মানুহে দয়া দাক্ষিণ্য ভাল পাই পঢ়িব ভাল নোপোৱা হয় সেই মানুহ অজ্ঞ হয়; জ্ঞান ভাল পাই পঢ়িব ভাল নোপোৱা মানুহৰ চিন্তাধাৰা কাল্পনিক বা অবাস্তৱ হয়, সাধুতা ভাল পাই পঢ়িব ভাল নোপোৱা হলে সকলোতে বিপৰ্য্যয় ঘটায়, সৰলতা ভাল পাই পঢ়িব

ভাল নাপালে গতানুগতিক কাম কৰা হয় ; সাহস ভাল পাই পঢ়িব ভাল নাপালে সি উচ্ছৃঙ্খল হয় ; সিদ্ধান্তত উপনীত হবলৈ ভাল পাইও পঢ়িব ভাল নোপোৱা হলে তেনে মানুহ স্বৈৰাচাৰী আৰু গৰ্ব্বিত হয়।

৯৯। জন্মজ্ঞানী উত্তম, শিকি্হোৱা জ্ঞানী মধ্যম, শিকিবলৈ ইচ্ছা নকৰা জ্ঞানহীন লোক অধম।

১০০। ডেকা লৰা ঘৰত সুপুত্ৰ হব লাগে, সমাজত বিনয়ী আৰু শ্ৰদ্ধাবান হব লাগে, চৰিত্ৰৰ ওপৰত নজৰ ৰখা, বিশ্বাসী, সকলোকে মৰম কৰা আৰু মৰমিয়াল লোকৰ লগত মিলামিশা কৰা হব লাগে। এই আটাইখিনি কৰিবলৈ শিকিও যদি উৎসাহ আৰু শক্তি থাকে তেন্তে কিতাপ পঢ়িব লাগে।

১০১। ধাৰ্ম্মিক শাসক ধ্ৰুবতৰাৰ দৰে। ই সদায় নিজস্থানত থাকে আৰু আন তৰাবিলাকে ইয়াক বন্দনা কৰি চাৰিওফালে পৰ্য্যটন কৰে।

১০২। আইনৰ বলেৰে শাসিত প্ৰজাই শাস্তিৰ ভয়ত আইন অমান্য নকৰিব পাৰে কিন্তু তেওঁলোকে নৈতিক বল হেৰুৱায়। ন্যায় আৰু চৰিত্ৰৰ বলেৰে শাসিত প্ৰজাই আত্মসংযমৰ নীতিৰে সুশৃঙ্খলিত হয়, নৈতিকতাও ৰক্ষা কৰে আৰু সৎ হয়।

১০৩। ন্যায়বান আৰু সত্যপৰায়ণ কৰ্ম্মচাৰীসকলৰ পদোন্নতি কৰা আৰু দুৰ্নীতিপৰায়ণসকলক পদচ্যুত কৰা—সকলো

প্ৰজা তুষ্ট হব। দুৰ্নীতিপৰায়ণসকলক প্ৰমোচন দিয়া আৰু ন্যায়পৰায়ণসকলক পদচ্যুত কৰা—প্ৰজা কষ্ট হব।

১০৪। প্ৰচুৰ পৰিমাণৰ অন্নৰ সংস্থান, ৰাজ্যৰ নিৰাপত্তাৰ বাবে যথেষ্ট সৈন্য সংৰক্ষণ আৰু জনসাধাৰণৰ বিশ্বাসভাজন —এয়ে সুশাসনৰ লক্ষণ।

১০৫। শাসন কৌশল জানিবলৈ হলে চাব লাগিব যাতে সম্রাটে সম্রাটৰ কৰ্ত্তব্য, প্ৰজাই প্ৰজাৰ কৰ্ত্তব্য, বাপেকে বাপেকৰ কৰ্ত্তব্য, আৰু পুতেকে পুতেকৰ কৰ্ত্তব্য যথাৰীতি পালন কৰে।

১০৬। নিজৰ অতিলোভ সম্বৰণ কৰা—চুৰি কৰিবলৈ বঁটা ঘোষণা কৰিলেও চুৰি কৰোতা লোক নোলাব।

১০৭। যাৰ নিজৰ অন্তৰ সংস্কৃত নহয় সি আনৰ সংস্কাৰৰ দায়িত্ব কেনেকৈ লব ?

১০৮। কোনো কাম লৰালৰিকৈ নকৰিবা আৰু সকস্থৰা লাভত মন নিদিবা।

১০৯। প্ৰবঞ্চনা নকৰিবা। যদি বিৰোধ কৰা, খোলাখুলিকৈ কৰিবা।

১১০। দেশসেৱাত প্ৰকৃত সেৱাক প্ৰথম স্থান দিবা। পাৰিতোষিকৰ কথা পিচতহে ভাবিবা।

১১১। যোগ্যতা থকালৈকেহে কামত থাকিবা, যোগ্যতা নোহোৱা হলে কামৰ পৰা অবসৰ লবা। মিছাই আনৰ প্ৰতিবন্ধক নহবা।

১১২। কুকুৰাচৰাই এটা মাৰিবলৈ বৰকুঠাৰ লবানে ?

১১৩। নিষ্ঠুৰতা, উৎপীড়ন, কঠোৰতা আৰু কৃপণতা— ৰাজন্য-বৃত্তিৰ অন্তৰায়।

১১৪। সাধুলোকে নিজৰ কৰ্ত্তব্য জানে, সাধাৰণ লোকে ধনঘটাৰ উপায়তহে বেচি মন দিয়ে।

১১৫। সাধুলোক কথাত ধীৰ, কামতহে খৰ।

১১৬। তোমাক আনে যিদৰে ব্যৱহাৰ কৰিলে ভালপোৱা, আনকো সেইদৰে ব্যৱহাৰ কৰিবা—নৈতিক শিক্ষাৰ এইয়ে মূল সূত্ৰ।

১১৭। ধৰ্ম্মৰ পন্থা ত্যাগ কৰাতকৈ লাগে জীৱনকে ত্যাগ কৰিবা।

১১৮। পচাকাঠ ঘোৰ খুৱাব নোৱাৰি। বোকামাটিৰে সজা দেৱাল কেনেকৈ পকা কৰিবা ?

১১৯। যি মানুহে সুদা হাতেৰে বাঘ মাৰিবলৈ যায়, নাও-নোহোৱাকৈ নদী পাৰ হব খোজে, কোনো চিন্তা নকৰাকৈ জীৱন বিসৰ্জ্জন দিব ওলায়, মোক তেনে মানুহ নালাগে। যি মানুহে সাৱধান নোহোৱাকৈ কোনো দুৰ্য্যোগৰ সমুখীন নহয়, কামত হাত দিয়াৰ আগতে ভালকৈ চিন্তা কৰি প্ৰস্তুত হয়, তেনে মানুহহে মই বিচাৰো।

১২০। অতি সদায় বৰ্জ্জনীয়। অতিক্ৰম কৰি যোৱা যেনে বেয়া অতি পিচ পৰি থকাও তেনে বেয়া।

১২১। কুচিন্তা নকৰিবা। কুচিন্তাই মন কলুষিত কৰে।

১২২। [illegible]কিক আৰু অপ্ৰাকৃতিক বিষয়ে বেচি চিন্তা কৰা আৰু অধ্যয়ন কৰা অনিষ্টকৰ।

১২৩। তোমাৰ সমুখত থকা কৰ্ত্তব্য যদি অবহেলা কৰা তেন্তে ই তোমাৰ নৈতিক সাহসৰ অভাৱহে সূচনা কৰিব।

১২৪। সাৱধান লোকৰ বিপদ নাই। সতৰ্ক লোকে কাচিৎহে ভুল কৰে।

১২৫। কোনো মানুহে তোমাৰ ওচৰলৈ আহিলে তেওঁক ভাল মানুহ বুলিয়েই গ্ৰহণ কৰিবা।

১২৬। অমিতব্যয়ী হলে গৰ্ব্বিত হয়, অতি-হিচাবী হলে কৃপণ হয়।

১২৭। ক্ষমতাৰ মোহ আৰু দাৰিদ্ৰ্যৰ ভয় ৰাষ্ট্ৰদ্ৰোহৰ উৎপাদক।

১২৮। বিপদতহে মানুহ চিনা যায়।

১২৯। যুদ্ধলৈ যোৱাৰ আগতে সৈন্যসকলে অন্ততঃ সাতবছৰ সাধুলোকৰ সঙ্গত শিক্ষা লব লাগে। অশিক্ষিত জনসমুদ্ৰ যুদ্ধত নমাই দিয়া মানে সিহঁতক দলিয়াই পেলোৱা।

১৩০। যত শিক্ষাৰ পোহৰ পৰিছে তাত শ্ৰেণীবিভাজন নাই।

১৩১। যৌৱনত লোলুপতা, কলহপ্ৰিয়তা আৰু অতিলোভ বৰ্জ্জনীয়।

১৩২। আগলৈ নাচাই খোজ দিলে বিপদ ভৰিৰ তলতে পাবা।

১৩৩। নিজে বেচি দিবা, পৰৰ কম লবা, তেহে ঘৃণাৰ হাত সাৰিবা।

১৩৪। যাৰ ঘৰত নির্জ্জনতা নাই তাৰ মন দূৰলৈ যাব নোৱাৰে।

১৩৫। যাৰ মুখত অলপো বিষাদৰ ছাঁ নাই তেওঁৰ চিন্তা গভীৰ নহয়।

১৩৬। কিনকিনিয়া বৰষুণত পুথি পঢ়িবা, শীতল বা বলিলে বীণ বজাবা।

১৩৭। দৰিদ্ৰ্যই অভিশাপ নহয়, উচ্চাকাঙ্ক্ষাবিহীন দৰিদ্ৰতাহে অভিশাপ।

১৩৮। কুশাসন বাঘতকৈও ভয়ানক।

১৩৯। মূৰ্খপুত্ৰই ঘৰ নাভাঙে, বুধিয়ক পুত্ৰইহে ঘৰ নষ্ট কৰে।

১৪০। আত্মসংযম নহলে নম্ৰতা অসহনীয় হয়, আৰু সাবধানতা ভয়াতুৰত, সাহস হিংসাত আৰু সৰলতা অশিষ্টতাত পৰিণত হয়।






The Foundations of Modern China.
by T'ang Leang-Li, 1928

A Short History of Confucian Philosophy.
by Liu Wu-chi, 1955

The Chinese, Their History and Culture.
by Kenneth Scott Latourette, 1947

The Development of China.
by Kenneth Scott Latourette, 1946

The Great Cultural Traditions, Vol. I.
by Ralph Turner, 1941

China by L. A. Lyall, 1934

India and China.
by S. Radhakrishnan, 1954

The Sayings of Confucius.
The Wisdom of the East Series
Edited by J. L. Cranmer-Byng, M.C.

How the Great Religions Began.
by Joseph Gaer, 1954

The Wisdom of China.
Edited by Lin Yutang, 1948

[illegible]বণি

| | | | | | |
|---|---|---|---|---|---|
| ১০ | পৃষ্ঠাৰ | পঞ্চম | শাৰীত | হব লাগে | গৃহস্থীৰ |
| ১০ | ” | সপ্তদশ | ” | ” | চীনা |
| ১৪ | ” | পঞ্চম | ” | ” | আক |
| ২০ | ” | শেহৰ | ” | ” | বাচনৰ |
| ৩৬ | ” | শেহৰ ওপৰৰ | | ” | ছাও জিলাৰ |
| ৫৬ | ” | চতুৰ্দ্দশ | ” | ” | শিক্ষকসকলকে |